হৰি ভকতিত যেৱে কৰা দৃঢ় মতি।
ইজন্মত নিছয়ে পৰম পাইবা গতি ॥ ২০০

ভকতিত পৰে ধৰ্ম্ম নাহি সংসাৰত।
চাৰিও বেদৰ জানা এহি সাৰ তত্ত্ব ॥
ৰাম নাম অমৃত সততে কৰা পান।
বোলা হৰি হৰি কেতিক্ষণে পৰে প্ৰাণ ॥ ২০১

॥ অষ্টাদশ কীৰ্ত্তন ॥

ঘোষা ॥ যাদৱ জগমোহন ৰাম।
ভকত বৎসল তোমাৰ নাম ॥ ১৮

পদ ॥ শৰত কালে চন্দ্ৰাৱলী ৰাতি।
দিব্য ৰাস ক্ৰীড়া কৰিলা আতি ॥
পঞ্চম ৰাগে গীত গাইলা হৰি।
শুনি মোহ ভৈলা গোপ সুন্দৰী ॥ ২০২

ঘৰ বাড়ী এড়ি লৰড়ে ভোলে।
তন হলফল কুণ্ডল দোলে ॥
বাইলাহা বাংশী পশি বৃন্দাবনে।
চৌপাশে বেড়ি নাচে গোপীগণে ॥ ২০৩

জয় কৃষ্ণ বুলি বাৰে চাপৰি।
গোপীৰ মধ্যে প্ৰকাশন্ত হৰি ॥

যেহেন স্বৰ্ণ মণি মাজত।
প্ৰকাশি আছে মহা মৰকত ॥ ২০৪

দুয়ো গোপী মাজে এক গোপাল।
নূপুৰে বাদ্য ভৰি কৰতাল ॥
হাতত হাতে ধৰি গোপ নাৰী।
নাচিলা অনঙ্গ ৰঙ্গে মুৰাৰি ॥ ২০৫

সজল মেঘ মাধৱৰ কায়।
গোপীগণ ভৈলা বিজুলি প্ৰায় ॥
অলঙ্কাৰে কৰে মধুৰ ঘোষ।
শুনিয়া মনত মিলে সন্তোষ ॥ ২০৬

গোপীৰ গলে ধৰি বাহু মেলি।
কৰিলা অনেক অনঙ্গ কেলি ॥
শ্ৰম দেখি কতো আঞ্চলে বিঞ্চে।
যমুনা জলে নামি জল সিঞ্চে ॥ ২০৭

পূৰিলা গোপীগণ মনোৰথ।
ক্ৰীড়া দেখি চন্দ্ৰো ৰাখিলা ৰথ ॥
মোহিত ভৈলা যত দিব্য নাৰী।
ৰাখিলা গোপীক যক্ষক মাৰি ॥ ২০৮

ধায়া আসিলেক অৰিষ্ট বীৰে।
মেদিনী নসহে খুৰাৰ ভিৰে ॥

দেখি আস্ফালিলা শিঙ্গত ধৰি।
তাৰো প্ৰাণ লৈলা ঘাৰ মুচৰি ॥ ২০৯

খেদি আসিলেক কেশী অসুৰ।
হ্ৰেষণি শুনি কাম্পে গোপপুৰ ॥
লাঞ্জৰ ছাটিত মেঘ উড়াই।
দেখিয়া প্ৰভু তাক গৈলা ধাই ॥ ২১০

পাছে চণ্ড বেগে অসুৰে আসি।
হানিলেক লাঠি ভৰি উল্লাসি ॥
এড়াইলা তাঙ্ক শ্ৰম কৰি হৰি।
আঞ্চাৰি পেহ্লাইলা পাৰত ধৰি ॥ ২১১

আসিল কেশী দুনাই বেন্ত বাই।
বাম বাহু তাৰ মুখে ভৰাই ॥
বঢ়াইলা প্ৰভু আতি বৰ বেগে।
ভেন্টিল গল যেন গৰ্ভৰোগে ॥ ২১২

ভুমিত পড়িল চেতন হৰি।
চক্ষু ওলটায়া আঞ্চাড়ে ভৰি ॥
মৰিল অসুৰ ছাদি ৰুধিৰ।
বাঝ ভৈলা বাহু ফাটি শৰীৰ ॥ ২১৩
কেশী বধ দেখি হাসি হৰিষে।
ব্ৰহ্মা আদি দেৱে পুষ্প বৰিষে ॥

কংসৰ বোলে যত দৈত্য আসে ।
সবে অগনিত পতঙ্গ ঝাসে ॥ ২১৪

এহিমতে সবে অসুৰ মাৰি ।
ফুৰিলা বৃন্দাবনে গৰু চাৰি ॥
গো ধূলি পড়ি ৰঙ্গে মুখ আখি ।
মাথাত পিন্ধিলা মৈৰাৰ পাখি ॥ ২১৫

গুঞ্জাৰ থোপা কৰ্ণত আঁৰি ।
কাষত লৈয়া শিঙ্গা বেত বাড়ি ॥
মোহন বাংশী বেৰটিত থই ।
ব্যঞ্জন ভাত বাম হাতে লই ॥ ২১৬

ভোজন কৰা তুমি যদুৰাজে ।
বসিয়া ৰঙ্গে গোপ শিশু মাজে ॥
কোনে বুঝিবেক তোমাৰ লীলা ।
কটাক্ষে ভূমিৰ ভাৰ হৰিলা ॥ ২১৭

কৃষ্ণৰ কিঙ্কৰে শঙ্কৰে ভণে ।
গোপাল কেলি শুনা সৰ্ব্ব জনে ॥
মোক্ষ পাইবা যেৱে সংসাৰ তৰি ।
সঘনে ডাকি বোলা হৰি হৰি ॥ ২১৮

॥ ৰাস ক্ৰীড়া সমাপ্ত ॥

10. 3. 85

# ॥ কংস বধ ॥

## ॥ প্ৰথম কীৰ্ত্তন ॥

ঘোষা ॥ হৰিসে আত্মা হৰিসে বন্ধু ।
তৰি হৰি নামে সংসাৰ সিন্ধু ॥ ১

পদ ॥ কেশীক বধিয়া আছন্ত হৰি ।
বৰিষে পুষ্প দেৱে স্তুতি কৰি ॥
সেহি বেলা আসি নাৰদ ঋষি ।
কৃষ্ণক বুলিলা মহা হৰিষি ॥ ১

হে কৃষ্ণ কৃষ্ণ প্ৰণামো আমি ।
সমস্ত ভূতৰ আত্মা স্বামী ॥
পুৰাণ পুৰুষ ঈশ্বৰ সাক্ষী ।
সমস্ত সৃষ্টিক আছাহা ৰাখি ॥ ২

ভকতজনৰ ৰক্ষাৰ হেতু ।
দুষ্টক নাশিবা গৰুড়কেতু ॥
কেশী বধ শুনি মিলিল ৰঙ্গ ।
হ্ৰেষণি শুনি দেৱে দেয় ভঙ্গ ॥ ৩

স্বৰ্গত থাকিবে নৰাৰে কেৱ ।
কেশীক বধিয়া তাৰিলা দেৱ ॥
প্ৰভাতে কালি মথুৰাক যাইবা ।
ধোবাক মাৰিয়া ধনু ভাঙ্গিবা ॥ ৪

চাণূৰ মুষ্টিক প্ৰমুখ্যে মাল ॥
কুবলয়াপীড় হস্তী বিশাল ॥
কংসক বধিবা জগত স্বামী ।
পৰশুই দিনা দেখিবো আমি ॥ ৫

কালযৱনক নৰকাসুৰ ।
মাৰিবাহা পাঞ্চজন অসুৰ ॥
কৰিবা বিহা কন্যা ভগৱন্ত ।
নৃগৰ শাপক কৰিবা অন্ত ॥ ৬

সত্যভামা সমে স্যমন্ত মণি ।
পাইবাহা প্ৰভু জাম্বৱন্ত জিনি ॥
মৃতক পুত্ৰক দিয়া বিপ্ৰক ।
লীলায়ে বধিবা নৃপ পৌণ্ড্ৰক ॥ ৭

কেশীক বধি কৰি বৃন্দামাল ।
মাৰিবা দন্তবক্ৰ শিশুপাল ॥
পাণ্ডৱৰ হাতে সমৰ জিনি ।
মৰাইবা অষ্টাদশ অক্ষৌহিণী ॥ ৮

কৰিবা কৰ্ম্ম যত দ্বাৰকাত।
দেখিবো আনন্দে থাকি তথাত ॥
কেৱল জ্ঞান মূৰ্ত্তি তুমি স্বামী।
তোমাত শৰণ পশিলো আমি ॥ ৯

পৰম পুৰুষ সন্তৰ গতি।
যদু শ্ৰেষ্ঠ হেৰা কৰো প্ৰণতি ॥
আনন্দে নাৰদে এতেক কই।
গৈলন্ত কৃষ্ণত মেলানি লই ॥ ১০

গোৱিন্দো কেশী অসুৰক মাৰি।
ব্ৰজৰ আনন্দ বঢ়াই মুৰাৰি ॥
থাকিলা কৃষ্ণ নানা লীলা কৰি।
সমস্ত সমাজে বুলিয়ো হৰি ॥ ১১

## ॥ দ্বিতীয় কীৰ্ত্তন ॥

ঘোষা ॥ ৰাম বনমালী গোপাল বনমালী ॥ ২

পদ ॥ গৈলন্ত নাৰদ ঋষি কংসৰ সমাজ।
নিচিন্তি আছস কেনে এভো ভোজৰাজ ॥
তোক মাৰিবাক লাগি দেৱৰ যতন।
দৈৱকীৰ গৰ্ভে উপজিলা নাৰায়ণ ॥ ১২

বসুদেৱে গোকুলত থৈলা চুৰি কৰি।
নন্দ ঘৰে বাঢ়ন্ত তোহোৰ প্ৰাণ-বৈৰী ॥
কৃত্যা কৰি আনি দিল নন্দৰ কন্যাক।
কহো সমস্তে কথা দঢ়াই আপুনাক ॥ ১৩

শুনি কংসে খাণ্ডা তুলি উঠি গৈল ৰাগি।
বসুদেৱ মহন্তক কাটিবাক লাগি ॥
উঠি দেৱ ঋষি তাঙ্ক আনিলা নিৱাৰি।
আঙ্ক নকাটিবি তঞ্চিঃ কৃষ্ণক মাৰি ॥ ১৪

পিতৃ হত শুনি লাগ নেদিব তোমাকে।
উলটি বসিল কংস নাৰদৰ হাকে ॥
বসুদেৱ দৈৱকীক বান্ধিয়া নিহলে।
কৰিলেক বন্দী উগ্ৰসেনক নিষখলে ॥ ১৫

পাছে দেৱ ঋষি গোকুলক গৈলা বই।
বুলিলা কৃষ্ণক স্তুতি আকাশত ৰই ॥
ভাৰ সংহাৰন্তা আউৰ নাহি তুমি বিনা।
কংসক বধিবা প্ৰভু পৰশুই দিনা ॥ ১৬

দিবা উগ্ৰসেনক কংসৰ ৰাজ্যভাৰ।
বসুদেৱ দৈৱকীৰো খণ্ডিবা নিকাৰ ॥

তোমাৰ মনুষ্য লীলা দেখিবো হৰিষি।
এহি বুলি স্বৰ্গক গৈলেক দেৱ ঋষি ॥ ১৭

অক্রূৰক পাঞ্চিলা ভোজৰ নিজ নাহা।
কৃষ্ণক আনিবে তুমি গোকুলক যাহা ॥
শিশু ধৰি তোমাৰে আমাৰে মিত্ৰৰতি।
ইটো কাৰ্য্য সাধি মোক দিয়ো দানপতি ॥ ১৮

শুনি দানপতিৰ আনন্দ ভৈল আতি।
প্ৰভাতে লড়িলা মথুৰাত বঞ্চি ৰাতি ॥
কৃষ্ণক দেখিবো আজি কিনো সুপ্ৰভাত।
জানিলো প্ৰসন্ন ভৈলা বিধাতা আমাত ॥ ১৯

নয়নে দেখিবো মঞি চৰণ কমল।
আজিসি জন্মৰ মোৰ হৈবেক সফল ॥
দণ্ডৱতে পৰিবোহো কৃষ্ণৰ চৰণে।
কৃষ্ণে মোক আশ্বাসিবা মধুৰ বচনে ॥ ২০

খুড়া বুলি কৃষ্ণে মোক কৰিবা সম্বাদ।
ব্ৰহ্মাৰ দুৰ্ল্লভ তেৱে লভিবো প্ৰসাদ ॥
হেন মনে গুণি ৰথে চড়িলা অক্রূৰ।
গধূলিকা বেলাত পশিলা গোপপুৰ ॥ ২১

মাধৱৰ খোজচয় দেখিলা ভূমিত।
ধ্বজ বজ্র পঙ্কজ অঙ্কুশে সুশোভিত॥
ৰথৰ নামিয়া বেগে কৃষ্ণ কৃষ্ণ বুলি।
শিৰে আনি ঘষিলা খোজৰ যত ধূলি॥ ২২

পাছে গৈয়া কৃষ্ণক দেখিলা আনন্দতে।
কৃষ্ণ কৃষ্ণ বুলিয়া পড়িলা দণ্ডৱতে॥
কৃষ্ণে ধৰিলন্ত তাঙ্ক আঙ্কোৱালি তুলি।
সতকাৰ কৰিলা অক্রূৰ খুড়া বুলি॥ ২৩

অক্রূৰে ভকতি পথে যতেক বাঞ্ছিলা।
কৃষ্ণো তান সবে মনোৰথক পূৰিলা॥
কহিলন্ত অক্রূৰো কংসৰ বিচেষ্টাক।
মথুৰাক যাইবাক সাজিলা গোপঝাক॥ ২৪

শকটে উঠিয়া লড়ি নন্দ গোপ ৰাজ।
ৰজনী প্ৰভাতে ৰাম কৃষ্ণ ভৈল বাজ॥
কৃষ্ণক যাইবাৰ শুনি গোপী নিৰন্তৰ।
মিলিল বিষাদ সৱে বঝাইল গৃহৰ॥ ২৫

সলোতক নয়ন মনত মহাদুঃখে।
জুমা জুমি কৃষ্ণক চাহৱে উৰ্দ্ধমুখে॥
কৃষ্ণৰ বিজয় কথা শুনা সাৱধানে।
বোলা হৰি হৰি যাৱে প্ৰাণ থাকে মানে॥ ২৬

## ॥ তৃতীয় কীৰ্ত্তন ॥

ঘোষা ॥ জয় হৰি: জয় ৰাম ॥ ৩

পদ ॥ গোপ ৰূপে নন্দৰ তনয় ।
শুভক্ষণে কৰিলা বিজয় ॥
বাজৈ শিঙ্গা বাংশীৰ নিসান ।
কংস বধে কৰিলা পয়াণ ॥ ২৭

ৰথে চড়ি লড়িলা মুৰাৰি ।
পড়ি পড়ি কান্দে গোপ নাৰী ॥
হৰিৰ বিৰহে তনু তাৰে ।
যেন ভৈল বাতুল স্বভাৱে ॥ ২৮

কৃষ্ণ কৃষ্ণ বুলি গেড়ি দেয় ।
আমাৰ প্ৰাণক কোনে নেয় ॥
ক্ৰূৰ অক্ৰূৰ ভৈল বৈৰী ।
জীৱ কাঢ়ি নেয় কেন কৰি ॥ ২৯

কিনো হৰি নিদাৰুণ ভৈলা ।
গোকুল অনাথ কৰি গৈলা ॥
কৃষ্ণ বিনে কি কৰৈ জীৱনে ।
আউৰ কোনে যাইবে বৃন্দাবনে ॥ ৩০

প্ৰভাতে ৰাখিবে কোনে ধেনু ।
কোনে বাইবে সুললিত বেণু ॥

কোনে চাইবে কটাক্ষে নিৰেখি।
জুড়াইবে হৃদয় কাক দেখি ॥ ৩১
কোনে দিবে বাংশীৰ নিসান ;
কি দেখি ৰাখিবো এৰে প্ৰাণ ॥
আমাৰ জীৱনে নাই সুখ।
আউৰ নেদেখিবো কৃষ্ণ মুখ ॥ ৩২
নীল আকুঞ্চিত যাৰ কেশ।
শিৰে ৰত্ন কিৰীটি সুৰেশ ॥
ভ্ৰূৰ যুগ মদনৰ চাপ।
দৰশনে হৰৈ হৃদি তাপ ॥ ৩৩
ৰুচিকৰ কমল লোচন।
সুধা সম মধুৰ বচন ॥
সুৰম ললাট গণ্ড স্থল।
চাৰু কৰ্ণে মকৰ কুণ্ডল ॥ ৩৪
নানা তিল কুসুম সুন্দৰ।
শোভে আতি অৰুণ অধৰ ॥
দশন দাড়িম্ব বীজ পান্তি।
হাস্যে নিন্দে চন্দ্ৰমাৰ কান্তি ॥ ৩৫
কম্বু কণ্ঠে কৌস্তুভ প্ৰকাশে।
সূৰ্য্য যেন উদিত আকাশে ॥

সিংহ বন্ধ কন্ধ সুপ্ৰসন্ন ।
ভুজ যুগ ৰত্নৰ মোলান ॥ ৩৬

কেয়ূৰ কঙ্কণ তাতে জ্বলে ।
ৰত্নৰ গুলিয়া শোভৈ গলে ॥
হিয়াত শ্ৰীবৎস কৰে কান্তি ।
যেন মেঘে বলাকাৰ পান্তি ॥ ৩৭

পীত বস্ত্ৰে শোভে তনু কালা ।
আপাদ লম্বিত বন মালা ॥
তাতে পড়ি অনেক ভ্ৰমৰে ।
মধু লোভে বেড়িয়া গুঞ্জৰে ॥ ৩৮

বক্ষঃস্থলে মুকুতাৰ হাৰ ।
আকাশী গঙ্গাৰ যেন ধাৰ ॥
ৰত্নৰ মেখলা কটি মাঝে ।
সোণাৰ কিঙ্কিণী তাতে বাজে ॥ ৩৯

কৰিকৰ উৰু নিৰূপম ।
চৰণ পঙ্কজ মনোৰম ॥
ধ্বজ বজ্ৰ অঙ্কুশে অঙ্কিত ।
ৰত্নময় নূপুৰে ৰঞ্জিত ॥ ৪০

ভকতৰ হৃদয়-ৰঞ্জন ।
নেদেখিবো সি হেন চৰণ ॥
কন্দৰ্প কোটিকো ৰূপে জিনি ।
গোকুলে প্ৰকাশে যদুমণি ॥ ৪১

কহে কৃষ্ণ কিঙ্কৰে শঙ্কৰে ।
নাহি গতি কীৰ্ত্তনত পৰে ॥
জানিয়া কৰিয়ো একচিত্ত ।
হৰি হৰি ঘোষা প্ৰতি নিত ॥ ৪২

॥ চতুৰ্থ কীৰ্ত্তন ॥

ঘোষা ॥ **প্ৰাণ হৰি গৈলা এড়ি ॥ ৪**

হেন হৰি ভৈলোহো বঞ্চিত ।
কিমতে ধৰিবো আৰে চিত্ত ॥
সুপ্ৰভাতে মথুৰা পুৰীৰ ।
মুখ পদ্ম দেখিবে স্বামীৰ ॥ ৪৩

জীৱৰ জীৱন প্ৰাণ পতি ।
আজি পাইবে কোন ভাগ্যৱতী ॥
কিনো সুপ্ৰসন্ন ভৈল বিধি ।
হাতে পাইলে গোকুলৰ নিধি ॥ ৪৪

মুখ পদ্ম চন্দ্র নোহে সৰি।
আনন্দে দেখিবে নেত্ৰ ভৰি ॥
পাইব গৈয়া নাগৰী সুন্দৰী।
আউৰ দুনাই নাসিবন্ত হৰি ॥ ৪৫

সৌহৃত্ত ভাঙ্গিল ক্ষেণেকতে।
উপাসন্ত লক্ষ্মী কেনমতে ॥
কিনো নিদাৰুণ নাৰায়ণ।
নুবুলিলা প্ৰবোধ বচন ॥ ৪৬

পতি পুত্ৰ এড়ি ভৈলো চেড়ী।
কোন সতে প্ৰভু গৈলা এড়ি ॥
কিনো বজ্ৰে বান্ধিলেক হিয়া।
ভকতক গৈলা দুঃখ দিয়া ॥ ৪৭

আমি মৰো তোমাৰ বিৰহে।
জানো কেনমতে হৃদি সহে ॥
এহি বুলি কান্দে গোপ নাৰী।
ৰাম কৃষ্ণ বুলি গেড়ি পাৰি ॥ ৪৮

নেত্ৰৰ লোতক পড়ে ধাৰে।
ঘনে ঘনে নিশ্বাস ফোকাৰে ॥

হৰি বিনে নভাষে বচনে।
নপাসৰে সচেতে সপনে ॥ ৪৯

ৰাত্রি দিনে গাৱে হৰি গীত।
কৃষ্ণতে অৰ্পিলে প্ৰাণ চিত্ত ॥
কায়স্থ শঙ্কৰে এহু ভণে।
হৰি কথা শুনা সৰ্ব্বজনে ॥ ৫০

হৰিৰ কীৰ্ত্তন মুখে কৰা।
মাধৱৰ ৰূপ হিয়ে ধৰা ॥
অল্প পুণ্যে নপাই হেন জানি।
সদা নছাড়িবা ৰাম বাণী ॥ ৫১

পাপীজনে হৰি নুসুমৰে।
পাতকে মুখত চেপি ধৰে ॥
আনে সুমৰন্তে শুনি মৰে।
পাপে চিত্ত উচপিচ কৰে ॥ ৫২

হৰি ধ্বনি শুনি কাণ ফাটে।
নিন্দা কৰি ফুৰে হাটে বাটে ॥
হেন জানি পাপক সংহৰি।
সদায়ে ঘুষিয়ো হৰি হৰি ॥ ৫৩

॥ পঞ্চম কীৰ্ত্তন ॥

ঘোষা ॥ হৰি বোল হৰি বোল মাধৱৰ ৰাম ॥ ৫

পদ ॥ ৰথে তুলি ৰাম কৃষ্ণ দোভাই ।
অক্ৰূৰে লই যান্ত ঘোড়া ডকাই ॥
বায়ুৰ বেগে নোহে তাক তুল ।
পাইল গৈয়া পাছে যমুনা কূল ॥ ৫৪

মধ্যাহ্ন সন্ধ্যা কৰিবাক প্ৰতি ।
ৰাখিল ৰথ তৈতে দানপতি ॥
দোভাইক ৰথে থৈয়া তৰু তলে ।
নামিলা গৈয়া যমুনাৰ জলে ॥ ৫৫

বুড় দিয়া মন্ত্ৰ জপিলা পাছে ।
দেখন্ত ৰাম কৃষ্ণ তৈত আছে ॥
ৰথত নাহিকা বুলি উঠিলা ।
দোভাইক ৰথে হুনাই দেখিলা ॥ ৫৬

পূৰ্ব্বৰতে বসি আছন্ত দুই ।
হুনাই বুড় দিলা বিস্ময় হুই ॥
জলৰ মাঝত দেখন্ত পাছে ।
সহস্ৰেক ফণে অনন্ত আছে ॥ ৫৭

মৃণাল ধৱল যেন শৰীৰ।
নীল বস্ত্রে দেখি অতি ৰুচিৰ॥
ফণাৰ মণি কৰে তিৰিমিৰি।
শৃঙ্গে সমে যেন কৈলাস গিৰি॥ ৫৮

চৌপাশে সৰ্পগণে বেঢ়ি আছে।
তাহান কোলাত দেখন্ত পাছে॥
পৰমপুৰুষ আছন্ত বসি।
প্ৰকাশে মুখ যেন পূৰ্ণশশী॥ ৫৯

মেঘ সম শ্যাম বসন পীত।
ৰত্নৰ কিৰীটি শিৰে শোভিত॥
কৰ্ণত মকৰ জ্বলে কুণ্ডল।
ধনু সম শোভে ভ্ৰূৰ যুগল॥ ৬০

অৰুণ নেত্ৰ কমলৰ পাসি।
সুগুচে মুখে সদা অল্প হাসি॥
নাসা তিল ফুল সম সুন্দৰ।
বৰ্ত্তুল ৰাতুল চাৰু অধৰ॥ ৬১

পৱাল ৰত্নে যেন আছে গঢ়ি।
প্ৰকাশে দান্ত যেন কুন্দ কঢ়ি॥
কম্বু কণ্ঠে শোভে কৌস্তুভ মণি।
প্ৰকাশে প্ৰভাতৰ সূৰ্য্য যেনি॥ ৬২

আজানু লম্বী স্থূল ভুজ চাৰি।
শঙ্খ চক্ৰ গদা পঙ্কজ ধাৰী ॥
কৰয় কেয়ূৰ কঙ্কণে কান্তি।
বক্ষঃস্থলে শোভে শ্ৰীবৎস পান্তি ॥ ৬৩

আপাদলম্বী বনমালা গলে।
মুকুতাৰ হাৰ হিয়াত জ্বলে ॥
ৰত্নৰ মেখলা কটিৰ মাঝে।
তাতে সুৱৰ্ণৰ কিঙ্কিণী বাজে ॥ ৬৪

চাৰু উৰু জানু জঙ্ঘা যুগল।
দুখানি চৰণ যেন কমল ॥
আঙ্গুলি পান্তি তাৰ ভৈল পাসি।
আৰকত নখে আছে প্ৰকাশি ॥ ৬৫

ৰত্নৰ নূপুৰে আতি ৰঞ্জিত।
যাত ভকতৰ সদায়ে চিত্ত ॥
সুনন্দ নন্দ আদি কৰি পাছে।
চৌপাশে পাৰিষদে সেৱি আছে ॥ ৬৬

শঙ্কৰ ব্ৰহ্মা যত প্ৰজাপতি।
কৰযোড়ে সবে কৰন্ত স্তুতি ॥
আপুনি লক্ষ্মী আৰাধন্ত পাৰ।
অক্ৰূৰে দেখি শিহৰাইলা গাৰ ॥ ৬৭

আনন্দতে পড়ে নেত্রৰ পানী ।
কণ্ঠৰো নোহ্লায় গদগদ বাণী ॥
পৰম ভক্তি কৰি মহাভাগে ।
কৃতাঞ্জলি কৰি পড়িলা আগে ॥ ৬৮

॥ ষষ্ঠ কীৰ্ত্তন ॥

ঘোষা ॥ মাধৱ ৰাম মুকুন্দ মুৰাৰি ॥ ৬

পদ ॥ শিৱে প্ৰণামি পাছে দানপতি ।
কৰিবে লাগিলা অনেক স্তুতি ॥
নমো নাৰায়ণ কৰোহো সেৱ ।
স্ৰষ্টাৰো স্ৰষ্টা তুমি আদি দেৱ ॥ ৬৯
তোমাৰ নাভিত ভৈলন্ত বিধি ।
যাত হন্তে ভৈল সৃষ্টিৰ সিদ্ধি ॥
যত পঞ্চ ভূত ইন্দ্ৰিয় দেৱ ।
তোমাৰ ৰূপক নজানে কেৱ ॥ ৭০
নজানি লোকে আন দেৱ পূজে ।
সিও বিধিহীনে তোমাক যজে ॥
যেহেন নদ নদী সমুদায় ।
অনেক পথে সাগৰক যায় ॥ ৭১

মায়ায়ে মোহিত সবাৰো মন ।
তোমাৰ নিচিন্তে কেৰে চৰণ ॥
যাৰ নষ্ট হুইব সংসাৰ বন্ধ ।
তোমাৰ ভক্তিক তাৰ প্ৰবন্ধ ॥ ৭২

ৰূপ দেখাই মোক কৰিলা দায়া ।
জানিলো এড়াইলো সংসাৰ মায়া ॥
নমো হৃষীকেশ জগতপতি ।
তুমি বিনা নাই আমাৰ গতি ॥ ৭৩

কৰিলা অনেক স্তুতি বিনয়ে ।
নকৈলো পদ বিস্তৰক ভয়ে ॥
জলত পাছে দেখা দিয়া হৰি ।
ভৈল অন্তৰ্দ্ধান ৰূপ সংহৰি ॥ ৭৪

বিষ্ণুক নেদেখি পাছে অক্ৰূৰে ।
জলৰ উঠিল আতি সত্বৰে ॥
মধ্যাহ্ন সন্ধ্যা কৰি মহাশয় ।
গৈলন্ত ৰথক হুয়া বিস্ময় ॥ ৭৫

অক্ৰূৰত হৰি সোধন্ত হাসি ।
বিস্ময় ভৈলা কেনে তুমি আসি ॥
দেখিলা কিবা কৈত অদভুত ।
সত্বৰে কহিয়ো গান্দিনী সুত ॥ ৭৬

অক্ৰূৰে কৃষ্ণক মাতিলা পাছে ।
সকলে অদ্ভুত তোমাতে আছে ॥
যিজনে নজানে তত্ত্ব তোমাৰ ।
সমগ্ৰ জগতে অদ্ভুত তাৰ ॥ ৭৭
এহি বুলি বীৰে ৰথ ডকাইল ।
দিনান্তে গৈয়া মথুৰাক পাইল ॥
পথত যাহান্তে পথিকে দেখি ।
আনন্দে কৃষ্ণক চাৰে নিৰেখি ॥ ৭৮
পাছে মথুৰাৰ সমীপ পাই ।
নামিল ৰাম কৃষ্ণ দুয়ো ভাই ॥
অক্ৰূৰৰ হাতে ধৰিয়া হৰি ।
বুলিলা হেন বাণী হাস্য কৰি ॥ ৭৯
ৰথ লৈয়া আগে চলিয়ো ঘৰ ।
পাছেসে পশিবো আমি নগৰ ॥
ইঠাইতে আমি জিবাও গোপৰাক ।
শুনিয়া অক্ৰূৰে বুলিলা বাক ॥ ৮০
তোমৰা দোভাইক এড়িয়া স্বামী ।
নযাইবো নযাইবো গৃহক আমি ॥
নকৰা প্ৰভু ভকতক ত্যাগ ।
কৌটি পুৰুষৰো মিলোক ভাগ ॥ ৮১

গৃহক মোৰ চলা সমুদায় ।
পবিত্র কৰিয়ো পদ ধূলায় ॥
শিৰত ধৰি তযু পাদোদক ।
লভিলা বলি মহা ঐশ্বৰ্য্যক ॥ ৮২

পাইলেক পৰম জ্ঞানীৰ গতি ।
ভকতক দায়া কৰা সম্প্ৰতি ॥
আমাক বিমুখ নকৰা স্বামী ।
তোমাক এড়িবে নৱাৰো আমি ॥ ৮৩

মাধৱে বোলন্ত শুনা অক্রূৰ ।
আজি আগে যায়ো মথুৰাপুৰ ॥
জগতৰ বৈৰী মাৰি কংসক ।
অৱশ্যে তোমাৰ যাইবো গৃহক ॥ ৮৪

হেন শুনি পাছে অক্রূৰ বীৰে ।
বিতুষ্ট মনে গৈল ধীৰে ধীৰে ॥
কৃষ্ণ আসিবাৰ কংসত কৈলা ।
মেলানি মাগিয়া গৃহক গৈলা ॥ ৮৫

এক মনে শুনা কৃষ্ণৰ কথা ।
মনুষ্য জন্মক নকৰা বৃথা ॥
কৃষ্ণৰ কিঙ্কৰে শঙ্কৰে ভণে ।
বোলা হৰি হৰি সমস্ত জনে ॥ ৮৬

## ॥ সপ্তম কীৰ্ত্তন ॥

ঘোষা ॥ গোৱিন্দ যদুদেৱ দীন দায়াশীল।
তুমিসি বান্ধৱ কৃষ্ণ আৱেসে জানিলো ॥ ৭

পদ ॥ অক্ৰূৰক পঠায়া গৃহক আগ কৰি।
লৈয়া গোপগণ সঙ্গে ৰঙ্গে ৰাম হৰি ॥
পৰম উৎসুকে প্ৰৱেশিলা মথুৰাত।
সিটো বিতোপন পুৰী দেখিলা সাক্ষাত ॥ ৮৭

স্ফটিকে গণ্ঠিত পুৰদ্বাৰ দুহি খাট।
লগাই আছে সুৱৰ্ণৰ বৃহত কপাট ॥
হেমময় তোৰণ চিড়লে অলঙ্কৃত।
চতুৰ্ভিতি গড়খাই দেখি ভয় ভীত ॥ ৮৮

বহুবিধ উদ্যান শোভিত কাছে কাছে।
শাৰী শাৰী গৃহসব প্ৰকাশন্তে আছে ॥
হীৰা মৰকত ৰত্নে ৰঞ্জে ঠাৱে ঠাৱে।
শোভা কৰে পাৰাৱত ময়ূৰৰ ৰাৱে ॥ ৮৯

ৰাজপন্থ চৌপন্থাক সাঞ্জি মাঞ্জি আতি।
পহুলি পহুলি দীপ ঘট আছে পাতি ॥
হেন নগৰত পশি গোপগণ সঙ্গে।
ৰাজপন্থে চলি যান্ত ৰাম কৃষ্ণ ৰঙ্গে ॥ ৯০

মিলিল উৎসৱ শুনি নাৰীগণ যত।
চাহিবাক লাগি সবে চড়িলা গৃহত ॥
কৃষ্ণক দেখিবে কাৰো উত্ৰাৱল চিত্ত।
পিন্ধে বস্ত্ৰ অলঙ্কাৰ কৰি বিপৰীত ॥ ৯১

এক কৰ্ণে কুণ্ডল কঙ্কণ এক কৰে।
বিমোহিত হুয়া আসে বস্ত্ৰো নসম্বৰে ॥
অঞ্জনে বঞ্জিল মাত্ৰ এগোটা লোচন।
কতো কতো নাৰীগণে এড়িল ভোজন ॥ ৯২

পিয়ন্তে আছিল তন শিশুক এড়িল।
কৃষ্ণক দেখিবে মনে গৃহত চড়িল ॥
ৰাজপন্থে চলি যান্ত লীলায়ে মাধৱ।
তাসম্বাৰ নয়নৰ বঢ়ায়া উৎসৱ ॥ ৯৩

কমল লোচন হাসি কটাক্ষে চাহান্তে।
সমস্তে নাৰীৰ মন হৰিল একান্তে ॥
যাৰ গুণ কথাক শ্ৰৱণে আছো শুনি।
নেত্ৰ ভৰি দেখো হেন কৃষ্ণক আপুনি ॥ ৯৪

কৃষ্ণৰ কটাক্ষ হাস্যে বৰিষে অমৃত।
পূৰি মনোৰথ সবে ভৈল কৃতকৃত্য ॥
নয়নৰ পথে নিয়া কৰি অভ্যন্তৰ।
আনন্দ মূৰ্ত্তিক আলিঙ্গয় নিৰন্তৰ ॥ ৯৫

মনৰ এড়াইল পীড়া আনন্দে ভৰিল।
তনু লোমাঞ্চিত নেত্রে লোতক ঝৰিল ॥
সুপ্রীতি প্রফুল্ল মুখ পদ্ম যত নাৰী।
গৃহৰ উপৰে চড়ি হুয়া দুই শাৰী ॥ ৯৬

ৰাম মাধৱৰ শিৰে পুষ্প বৰিষন্ত।
মুখ কমলক যেন নয়নে পিয়ন্ত ॥
দধি দুৰ্ব্বাক্ষত উপায়ন পুষ্প গন্ধে।
পদুলি পদুলি দ্বিজে পূজিল প্রবন্ধে ॥ ৯৭

অন্যোঅন্যে নাৰীগণে সম্মুখি কহয়।
কিনো পুণ্য কৰিলে ব্রজৰ গোপীচয় ॥
দেখিয়ো আনন্দ যেন আছে মূৰ্ত্তি ধৰি।
হেন ৰাম মাধৱক দেখে নেত্র ভৰি ॥ ৯৮

গোপী সম ভাগ্যৱতী আউৰ কেৱ নাই।
কহে সৱে নাৰীগণে অন্যোঅন্যে চাই ॥
কৃষ্ণৰ কিঙ্কৰ কহে শুনা সৰ্ব্বজন।
বোলা হৰি হৰি আছে যাৱত চেতন ॥ ৯৯

## ॥ অষ্টম কীৰ্ত্তন ॥

ঘোষা ॥ প্ৰাণ ৰান্ধৱ মাধৱ ৰাম ॥
দেহু দেখা হৰি কৰো প্ৰণাম ॥ ৮

পদ ॥ পথত ৰাম কৃষ্ণ মহাভাগ ।
যাহান্তে ধোবাক পাইলন্ত লাগ ॥
খুজিলন্ত বস্ত্ৰ মাতি ধোবাক ।
দিয়ো ভাল বাছি বস্ত্ৰ আমাক ॥ ১০০

আজি যেৱে বস্ত্ৰ কৰস দান ।
হৈবেক পৰম তোৰ কল্যাণ ॥
এহি বুলি বস্ত্ৰ খোজন্ত হৰি ।
দুৰ্ম্মুখ ধোবা মাতে ক্ৰোধ কৰি ॥ ১০১

কিনো মহামূঢ় তোৰা গোৱাল ।
পৰ্ব্বত বনত খপস কাল ॥
মৰিবাক লাগি নাহিকে ত্ৰাস ।
ৰাজাৰ বস্ত্ৰক পিন্ধিবে চাস ॥ ১০২

প্ৰাণ লৈয়া পলা ঐৰ অন্তৰি ।
ৰাজদূতে পাইলে দণ্ডিবে ধৰি ॥
দৈৱকী সুতে শুনি হেন বাণী ।
মাৰিলা ধোবাক চৰৱ টানি ॥ ১০৩

ছিণ্ডিল মুণ্ড চৰৱতে তাৰ।
যত লগৰীয়া সিটো ধোবাৰ ॥
বস্ত্ৰ পেলাই সবে দিলে লৰড়।
দেখিয়া কৃষ্ণে ৰঙ্গ ভৈলা বড় ॥ ১০৪

ভাল বাছি বস্ত্ৰ লৈলা দোভাই।
গোৱালসৱক দিলে পেহ্লাই ॥
বেশকাৰে আসি পিন্ধাই বস্ত্ৰক।
কছাইল ৰঙ্গে ৰাম মাধৱক ॥ ১০৫

তাত তুষ্ট কৃষ্ণ ভৈলা অধিক।
দিলন্ত পৰম ঐশ্বৰ্য্য শ্ৰীক ॥
সাৰূপ্য মুকুতিকো দিলা তাক।
বুলিলা অনেক আশ্বাস বাক ॥ ১০৬

সুদামা নামে মালাকাৰ আছে।
তাহাৰ বাড়ীতে পশিল পাছে ॥
দূৰতে দেখে আসে কৃষ্ণ ৰাম।
কৰিল সুদামা পড়ি প্ৰণাম ॥ ১০৭

আসন আনি দিল আথে বেথে।
বসিলা তাত ৰঙ্গে জগন্নাথে ॥
পাদ্য অৰ্ঘ্যে গন্ধ ধূপ লগাই।
কৰিল পূজা লৈলা দুয়ো ভাই ॥ ১০৮

ভূমিত পড়ি বোলে মালাকাৰ ।
পিতৃ দেৱ ঋষি তুষ্ট আমাৰ ॥
আজিসে জন্ম সাফলিলো আমি ।
কুলকো পৱিত্ৰ কৰিলা স্বামী ॥ ১০৯

জগতৰে মুখ্য কাৰণ তুই ।
ভৈলা অৱতাৰ তোমৰা দুই ॥
ভকতজনৰ ৰক্ষাৰ হেতু ।
দুষ্টক নাশা গৰুড়কেতু ॥ ১১০

জগতৰে আত্মা ঈশ্বৰ দেৱ ।
তোমাৰ শত্ৰু মিত্ৰ নাহি কেৱ ॥
সমস্ত ভূততে আছা বিয়াপি ।
ভক্তভাক প্ৰভু ভজা তথাপি ॥ ১১১

কৰিয়ো আজ্ঞা আমি তযু ভৃত্য ।
তোমৰা দুইৰ কৰো কিবা কৃত্য ॥
যাক পাঞা তুমি কাৰ্য্যক লাগি ।
প্ৰসাদ পাইলা সেহি মহাভাগী ॥ ১১২

এহি বুলি বুঝি কৃষ্ণ ইঙ্গিত ।
আনিয়া সুগন্ধি পুষ্পে ৰচিত ॥
পিন্ধাইলা দুইকো অঙ্গ মুগুমাল ।
পুষ্পে ভূষিলেক যত গোৱাল ॥ ১১৩

ভকতি তাৰ দেখি কৃষ্ণ ৰাম ।
বোলন্ত লৈয়োক বৰ সুদাম ॥
শুনিয়া মালী বোলে যোড়হাতে ।
থাকোক অচলা ভক্তি তোমাতে ॥ ১১৪

বিষ্ণু ভকতেসে হৈবে বান্ধৱ ।
ভূত দায়া জোনো ছাড়ো মাধৱ ॥
এহি বুলি মৌন ভৈল সুদাম ।
দিলন্ত সৱে বৰ কৃষ্ণ ৰাম ॥ ১১৫

বুলিলা আৰো ভক্তি তাৰ দেখি ।
নেড়োক তোমাত অচলা লক্ষ্মী ॥
বল আয়ু যশ দিলো সমৃদ্ধি ।
সৰ্ব্বকালে হৌক বংশৰ বৃদ্ধি ॥ ১১৬

সুদামাক দিয়া এতেক বৰ ।
বজাইলা ভৈব ৰাম দামোদৰ ॥
আনন্দে বেঢ়ি যায় গোপগণে ।
হৰি হৰি বোলা সমস্ত জনে ॥ ১১৭

॥ নৱম কীৰ্ত্তন ॥

ঘোষা ॥ সেৱক বুলিয়া পালিয়োঁ ৰাম
চৰণে শৰণ লৈলোঁ।
তোমাত ভকতি নকৰি কৃপালু
জনম বিফল কৈলোঁ ॥ ৯

পদ ॥ সুদামাক বৰ দিয়া দামোদৰ
ৰাজপথে চলি যান্ত।
চন্দনৰ পাত্ৰ সহিতে যুৱতী
কুবুজাক দেখিলন্ত ॥

ওচৰ চাপিয়া পুছন্ত হাসিয়া
সৰ্ব্ব সুখ দাতা হৰি।
তুমি কোন কাৰ চন্দন লৈ যাহা
কৈয়োঁ কথা শীঘ্ৰ কৰি ॥ ১১৮

দোভাইক চন্দন দিয়োঁ আজি তোৰ
হৈবেক কল্যাণ আসি।
সৈৰিন্ধ্ৰী বোলয় শুনিয়োঁ সুন্দৰ
মইতো কংস ৰায়ৰ দাসী ॥

ভোজ নৃপতিৰ আতি প্ৰীতিকৰ
মোহোৰ চন্দন মাত্ৰ ।
তোৰা দুই বিনে ইটো চন্দনৰ
আছে আউৰ কোন পাত্ৰ ॥ ১১৯

সুকুমাৰ ৰূপ দেখি মোহ ভৈল
কৃষ্ণৰ সুৰস মাতে ।
দোভাইৰো শৰীৰ চন্দনে ৰঞ্জিল
যুৱতী আপুন হাতে ॥
এতেকে প্ৰসন্ন ভৈলা ভগৱন্ত
যিটো ভকতৰ গতি ।
কৰিলন্ত মাতি সিটো কুবুজাক
ঋজু কৰিবাক প্ৰতি ॥ ১২০

তাইৰ দুই ভৰি দুপাৱে জাপিয়া
চিবুকত ধৰি হাতে ।
উপৰক তুলি চম্বু কৰিলন্ত
তিনিও লোকৰ নাথে ॥
কৃষ্ণ পৰশনে তেতিক্ষণে তাই
ভৈ গৈল দিব্য সুন্দৰী ।

কামাতুৰ হুয়া হাসিয়া মাতয়
কৃষ্ণৰ বস্ত্ৰত ধৰি ॥ ১২১

তুমি চিত্ত মোৰ মথিলা মাধৱ
এড়িবে নৱাৰো আমি ।
আসা গৃহে যাও হুয়োক প্ৰসন্ন
তিনিও লোকৰ স্বামী ॥

ৰামৰ আগত কৃষ্ণৰ বস্ত্ৰত
ধৰিয়া প্ৰাৰ্থন্তে আছে ।
সমস্তে গোপৰ মুখ চায়া হাসি
হৰি মাত্তিলন্ত পাছে ॥ ১২২

আমি পথুকৰ তুমিসে আশ্ৰয়
যায়োক আজি গৃহক ।
তোমাৰ থানক অৱশ্যে আসিবো
বধিয়া দুষ্ট কংসক ॥

এই বুলি তাইক মধুৰ বচনে
আশ্বাসি পঠাইলা হৰি ।
বাণিজাৰুগণে দোভাইক পূজিল
অনেক দ্ৰব্যে সাদৰি ॥ ১২৩

কৃষ্ণ দৰশনে কামে বিমোহিত
সমস্তে পুৰ যুৱতী ।
বসন বলয়া স্খলকিল খোপা
তাতো নাহি কাৰো মতি ॥
চিত্ৰৰ পুতলী আছে যেন ৰহি
কৃষ্ণতে অৰ্পিয়া মন ।
আন কাম এড়ি বোলা হৰি হৰি
সমজ্যাৰ যত জন ॥ ১২৪

॥ দশম কীৰ্ত্তন ॥

ঘোষা ॥ **জগন্নাথ অনাথক থাপিয়ো চৰণে ।**
**তোমাক বান্ধৱ মানি পশিলো শৰণে ॥ ১০**

পদ ॥ এহিমতে ৰাম কৃষ্ণ ভ্ৰমন্তে পথত ।
ধনুৰ্যাগ শালা পাইলা পুছিয়া লোকত ॥
দেখিলা কংসৰ দিব্য ধনু কৃষ্ণে পাছে ।
যেন ইন্দ্ৰধনুখণ্ড প্ৰকাশন্তে আছে ॥ ১২৫
আনন্দে গোৱিন্দে ধৰিবাক যান্ত তাক ।
দেখিয়া ৰখীয়া সেনাগণে দেয় হাক ॥

তথাপি লীলায়ে বাম হাতে তুলি ধৰি ।
নিমেষেকে ধনুত লগাইলা গুণ হৰি ॥ ১২৬

অপ্ৰয়াসে টানিয়া ভাঙ্গিল ধনুখণ্ড ।
যেন মত্ত মাতঙ্গে ভাঙ্গিল ইক্ষুদণ্ড ॥
তাৰ ঘোৰ শৱদে পুৰিল দিশ পাশ ।
শুনি কংসৰায়ৰ অদ্ভুত ভৈল ত্ৰাস ॥ ১২৭

দেখিয়া ৰখীয়া সিটো কটক কিটাইল ।
অস্ত্ৰ শস্ত্ৰ ধৰি ক্ৰোধে মাধৱক ধাইল ॥
বেঢ়িলেক চতুৰ্ভিতি ধৰ মাৰ বুলি ।
খঙ্গে ভগা ধনু ৰাম কৃষ্ণে লৈলা তুলি ॥ ১২৮

সমস্তে সেনাক মানে বধিলা দোভাই ।
কংসে পঠাইলেক যিবা মাৰিলা কোবাই ॥
ধনুৰ শালাৰ হন্তে বাঝ হুয়া দুই ।
নগৰ চাহান্তে ফূৰে মহা হৃষ্ট হুই ॥ ১২৯

প্ৰভাৱে প্ৰগল্‌ভ ৰূপ দেখি নিৰূপম ।
সৱে বোলে ইটো দুই দেৱতো উত্তম ॥
অনন্তৰে সূৰ্য্যে পাইলা অস্তগিৰি গই ।
নিৱৰ্ত্তিল ৰাম কৃষ্ণ গোপগণ লই ॥ ১৩০

নগৰৰ মাজত ৰহিলা বাসা কৰি ।
ৰঙ্গে ৰাম কৃষ্ণ দুই পখালিলা ভৰি ॥
গোপগণ সঙ্গে লৈয়া ভুঞ্জি দধি ভাত ।
বঞ্চিলা ৰজনী সুখে সুতিয়া শয্যাত ॥ ১৩১

ধনুৰ্ভঙ্গ ৰখায়া সেনাৰ শুনি বধ ।
নাসে নিদ্ৰা কংস ভৈল ভয়তে তবধ ॥
দেখে নানা বিমঙ্গল চিত্ত নুহি থিৰ ।
ছায়াত নেদেখে সিটো আপুনাৰ শিৰ ॥ ১৩২

ধূলি কৰ্দ্দমত নিজ খোজক নাকলে ।
আকাশতে দেখে কতো দুই চন্দ্ৰ জ্বলে ॥
স্বপ্নত মৃতকে ধৰি কৰে আলিঙ্গন ।
গৰ্দ্দভত চড়ি কৰে বিষক ভোজন ॥ ১৩৩

ওৰ ফুল মালা পিন্ধি হুয়া দিগম্বৰ ।
তৈল ঘসি দক্ষিণক যায় একেশ্বৰ ॥
আনো নানাবিধ বিমঙ্গল দেখে আতি ।
ভয়তে নপাইলে নিদ্ৰা কংসে সিটো ৰাতি ॥ ১৩৪

অনন্তৰে কংসৰায় উঠি প্ৰভাতত ।
কৰাইলন্ত মল্ল মহোৎসৱ ক্ৰীড়া যত ॥

সজাইলেক উচ্চ মঞ্চ ৰঙ্গশালা বেঢ়ি।
বাৰে ঢাক ঢোল ভেৰী কৰে নানা খেড়ি ॥ ১৩৫

মঞ্চে চড়ি বসিল যতেক পুৰবাসী।
থান লৈয়া বসিল নৃপতিগণো আসি ॥
মন্ত্ৰীগণ সমে কংস চড়িল মঞ্চত।
নুগুচয় ভয় তাৰ ক্ষণিকে মনত ॥ ১৩৬

মল্ল বাদ্য শুনি কাছি পাৰি যত মাল।
মাল গুৰু সমে প্ৰৱেশিলা ৰঙ্গশাল ॥
চাণূৰ মুষ্টিক কূট তোশল অপৰ।
শাল নামে আইলা আৰো মল্ল ভয়ঙ্কৰ ॥ ১৩৭

কৰ দিয়া নন্দো গোপগণ সমন্বিতি।
মঞ্চে চড়ি বসিলন্ত হুয়া এক ভিতি ॥
কৃষ্ণৰ কিঙ্কৰে কহে শঙ্কৰে সম্প্ৰতি।
বোলা হৰি হৰি সবে হোক সদ্গতি ॥ ১৩৮

॥ একাদশ কীৰ্ত্তন ॥

ঘোষা ॥ **গোপাল কৃপাল কৰুণাময়।**
**হৰিয়ো হৰি ভকতৰ ভয় ॥ ১১**

পদ ॥ কহন্ত নৃপতিত শুক মুনি।
ৰাম কৃষ্ণে মল্ল দুন্দুভি শুনি ॥

কৰিয়া শৌচ ভৈলা কাছ পাৰ।
শুনিয়ো আৰে কেন অৰ্থ তাৰ ॥ ১৩৯

ধনু ভাঙ্গি সেনা মাৰিলো তাৰ।
দেখাইলো নিজ বীৰ্য্য আপুনাৰ ॥
তথাপি পিতৃৰ নোছোড়ে বন্ধ।
আমাকো মাৰিবে কৰে প্ৰবন্ধ ॥ ১৪০

মমাৰ বধে আউৰ দোষ নাই।
এহি বুলি লড়ি গৈলা দোভাই ॥
ৰঙ্গৰ দ্বাৰ পাইলা গৈয়া পাছে।
কুবলয়াপীড় বাটতে আছে ॥ ১৪১

অম্বষ্ঠ হাথিয়াৰে পাছে খুম্পি।
ৰহি আছে সিটো কৃষ্ণক চুম্পি ॥
দেখি কৃষ্ণে তাৰ বুঝি ইঙ্গিত।
মেহ্লাইলন্ত পীত বস্ত্ৰ কটিত ॥ ১৪২

কুটিল অলকা বান্ধিল তুলি।
মাতিল শুন ৰে অম্বষ্ঠ বুলি ॥
যাইবো ৰঙ্গশালা সত্বৰ কৰি।
পন্থ ছোড়ি দেস ঐৰ অন্তৰি ॥ ১৪৩

বাট যেৰে নেদ শুন দ্বন্দুৰ।
কুঞ্জৰ সমে নিবো যমপুৰ॥
হেন শুনি পাছে অম্বষ্ঠ ৰাগি।
খুন্সিল হস্তীক কৃষ্ণক লাগি॥ ১৪৪

ধাই গৈল হস্তী কালান্তক প্ৰায়।
ধৰিল কৃষ্ণক শুণ্ডে মেহ্লাই॥
এড়াইল আছোট কৰিয়া উঠি।
মাতঙ্গক কৃষ্ণে মাৰিল মুঠি॥ ১৪৫

ভৰিৰ মাঝতে লুকাইল তাৰ।
ক্ৰোধিল কুঞ্জৰে আতি দুৰ্ব্বাৰ॥
নেদেখি সিটো ফোফায় যেন নাগ।
শুঙ্গি শুঙ্গি পাইল কৃষ্ণক লাগ॥ ১৪৬

ধৰিল কৃষ্ণক শুণ্ডে মেহ্লাই।
বাঝ ভৈলা কৃষ্ণ বলে এড়াই॥
লাঞ্জত তাৰ ধৰি চক্ৰপাণি।
এক শত হাত নিলন্ত টানি॥ ১৪৭

সৰ্পক আঝোৰে যেন গৰুড়ে।
কৃষ্ণক ধৰিবে চাহাৰে শুড়ে॥

ইকাতি সিকাতি হোৱন্তে যাই ।
টানি নেন্ত কৃষ্ণে শ্ৰমে এড়াই ॥ ১৪৮

নপাৰে ধৰিবে সিটো কৃষ্ণক ।
যেন দামুৰিক টানে বালক ॥
অনন্তৰে তাৰ লাঞ্জৰ এড়ি ।
ভৈলন্ত সম্মুখ হস্তীক হৰি ॥ ১৪৯

চাপৰ মাৰিয়া যান্ত লৰড়ে ।
খেদি নেয় হস্তী গোড়ত গোড়ে ॥
লীলায়ে পড়িয়া উঠিলা হৰি ।
পড়িল বুলি হস্তী ক্ৰোধ কৰি ॥ ১৫০

পৃথিৱীত সিটো ভিৰিল দান্তে ।
গাৱৰ বল দিয়া সিটো ঝান্তে ॥
নাহিকে কৃষ্ণ দেখি হস্তী কোপে ।
ধাইলেক কৃষ্ণক হুনাই আটোপে ॥ ১৫১

উপৰে হাথিয়াৰে খুম্পি যাই ।
ধৰিলা শুণ্ডত মাধৱে পাই ॥
প্ৰমত্ত সিংহে যেন লীলা কৰি ।
পাড়িলা ভূমিত হস্তীক হৰি ॥ ১৫২

পাৰে ভিৰি তাক কৰি আক্ৰান্ত ।
লৈলন্ত উভাৰি হস্তীৰ দান্ত ॥
হস্তী হাথিয়াৰ দুইকো জপাই ।
মাৰিলন্ত গজ দান্তে কোবাই ॥ ১৫৩

মৰা কুবলয়াপীড়ক এড়ি ।
পশিলা ৰঙ্গশালা ৰাম হৰি ॥
চৌপাশে গোপগণে বেড়ি যান্ত ।
দোভাইৰ কান্ধত হস্তাৰ দান্ত ॥ ১৫৪

প্ৰকাশে কৃষ্ণৰ মুখ কমল ।
দেখিয় তাতে ঘৰ্ম্ম বিন্দু জল ॥
ৰুধিৰ ছিটা তাৰ মাঝে মাঝে ।
পদ পঙ্কজত নূপুৰ বাজে ॥ ১৫৫

শ্যামল তনু তাতে পীত বাস ।
কমল লোচনে নুগুচে হাস ॥
ভুলিল সমাজে কৃষ্ণক চাই ।
বোলা হৰি হৰি হৰি সদায় ॥ ১৫৬

## ॥ দ্বাদশ কীৰ্ত্তন ॥

ঘোষা ॥ হে কৃষ্ণ কৰা কৃপা পৰমানন্দ।
নজানো ভকতি মঞিও মল মতি মন্দ ॥ ১২

পদ ॥ কৰিলা প্ৰকাশ ৰামে সমে সমজ্যাত।
দেখে দশ প্ৰকাৰে কৃষ্ণক সিবেলাত ॥
মালে বোলে কিনো বজ্ৰময় কলেৱৰ।
অন্যো জনে বোলে এহেন্তেসে নৰবৰ ॥ ১৫৭

নাৰীগণে বোলে মূৰ্ত্তি ধৰিছা মদনে।
আমাৰেসে বন্ধু বুলি মানে গোপগণে ॥
আমাৰেসে শাস্তা বোলে দুষ্ট ৰাজাচয়।
বসুদেৱ দৈৱকীও বোলয় তনয় ॥ ১৫৮

কংসে বোলে এহি কৃষ্ণ অন্তক আমাৰ।
অজ্ঞানীসকলে বোলে নন্দৰ কুমাৰ ॥
যোগীগণে বোলে এহেন্তেসে ব্ৰহ্ম তত্ত্ব।
বৃষ্ণি বংশে বোলে এন্তে কুলৰ দৈৱত ॥ ১৫৯

ধৰি মল্ল বেশ পিন্ধি ৰত্ন আভৰণ।
ৰঙ্গ মধ্যে প্ৰকাশন্ত ৰাম নাৰায়ণ ॥
কাছিয়া আছন্ত যেন নট দুই প্ৰায়।
নভৈল তৃপিতি লোকে দুইৰো ৰূপ চাই ॥ ১৬০

176
178
14-5-86

নয়নে পিৰয় যেন চেলেকে জিহ্বায়ে।
বাহুৰে আলিঙ্গে যেন শুঙ্গে নাসিকায়ে ॥
অন্যোঅন্যে বোলে যেন কথা আছো শুনি।
সেহিতো কৃষ্ণক দেখো নয়নে আপুনি ॥ ১৬১

নাৰায়ণ অংশ দুয়ো জানিবা সাক্ষাত।
বসুদেৱ গৃহে দৈৱকীত ভৈলা জাত ॥
গোকুলত থৈলন্ত বাঢ়িলা নন্দ ঘৰে।
পুতনাক বধিলা এহেন্তে দামোদৰে ॥ ১৬২

চক্ৰবাত দৈত্যক মাৰিলা চিপি গল।
ভাঙ্গিলা অৰ্জ্জুন মাঝে টানি উড়ুখল ॥
অঘ বক কেশী ধেনুকৰ লৈলা প্ৰাণ।
গোপ গৰু বনাগ্নিত কৰিলাহা ত্ৰাণ ॥ ১৬৩

কালিক দমিলা গৰ্ব্ব গুচাইলা ইন্দ্ৰৰ।
সাতদিন একে হাতে তুলিয়া মন্দৰ ॥
ৰাখিল গোকুল মহা বাত বৃষ্টি হন্তে।
বঢ়াইবা যাদৱ বংশ এন্তে ভগৱন্তে ॥ ১৬৪

এহিতো হসিত মুখ দেখি অনুক্ষণে।
এড়াইলা বিৰহ তাপ সুখে গোপীগণে ॥
আনে শ্ৰেষ্ঠ এন্তে ৰাম কমল লোচন।
প্ৰলম্ব প্ৰমুখ্যে মাৰিলাহা দৈত্যগণ ॥ ১৬৫

এহিমতে লোকে যেৱে কৰে গলাৱাৱ ।
বাৱন্তে আছন্ত বাদ্য বঢ়ায়া উৎসৱ ॥
শুনি নসহিল তাক চাণূৰ বিবুদ্ধি ।
বুলিবে লাগিল ৰাম কৃষ্ণক সম্বুধি ॥ ১৬৬

শুনি বাহু যুদ্ধত কুশল দুই ভাই ।
দেখিবাক লাগি ৰজা অনাইলা মতাই ॥
সদা হৰষিত মনে সৱে গোপগণে ।
মল্ল যুদ্ধ ক্ৰীড়ি গৰু চাৰি ফুৰা বনে ॥ ১৬৭

হেন জানি আসা তুমি আমি বন্ধ ধৰো ।
নৃপতিৰ প্ৰীতি সাধি মল্লযুদ্ধ কৰো ॥
সৰ্ব্ব ভূতময় ৰাজা শাস্ত্ৰত কহয় ।
ৰাজা তুষ্ট ভৈলে সৰ্ব্বজন তুষ্ট হয় ॥ ১৬৮

শুনি কৃষ্ণে দিল তাক উচিত উত্তৰ ।
ভোজ নৃপতিৰ আমি প্ৰজা বনচৰ ॥
তুল্য বল সহিতে ক্ৰীড়িবো যথোচিত ।
সাধিবো ৰাজাৰ যেন প্ৰীতি মনোনীত ॥ ১৬৯

কৰিবোহো বাহু যুদ্ধ সমুচিত কৰ্ম্মে ।
তেৱেসে নপাইবে সভাসদকো অধৰ্ম্মে ॥
কৃষ্ণৰ কিঙ্কৰে কহে এড়া আন কাম ।
পলাওক পাতক ডাকি বোলা ৰাম ৰাম ॥ ১৭০

## ॥ ত্ৰয়োদশ কীৰ্ত্তন ॥

ঘোষা ॥ **ৰাম পাৱে কৰা ৰতি।**
**ভাই ৰামৰ নামেসে গতি ॥ ১৩**

পদ ॥ শুনিয়া চাণূৰে বোলে কৃষ্ণক।
তুহিকা গোপাল তুমি বালক ॥
গজ সহস্ৰৰ বলে অধিক।
লীলায়ে মাৰিলা হেন হস্তীক ॥ ১৭১

এহেন্তে ৰাম মহা বলিয়াৰ।
মঞ্চি সমে তুমি কৰা প্ৰহাৰ ॥
মুষ্টিকে সহিতে যুঝোক বল।
অন্যায় তুহিঁ দুয়ো মহামল্ল ॥ ১৭২

শুনি কৃষ্ণে কৰি নিশ্চিত মতি।
সমুখ ভৈলা চাণূৰক প্ৰতি ॥
মুষ্টিককো ধাইলা ৰোহিণী সুত।
মিলিল মল্ল যুদ্ধ অদভুত ॥ ১৭৩

হাতক হাতে মাল বান্ধে বান্ধি।
দুই পাৱে দুই পাৱক ছান্দি ॥
আঝোৰে অন্যোঅন্যে বলে ধৰি।
মুষ্টিতে মুষ্টি মাৰে দৃঢ় কৰি ॥ ১৭৪

শ্ৰমে দুয়ো জানু জানুত হানে।
মুণ্ডত মুণ্ডে ঠেকা মাৰে টানে॥
হিয়াত হিয়া মাৰে চাট কৰি।
আঝুৰি নেয় কতো হাতে ধৰি॥ ১৭৫

মাৰয় গলদঙ্গা হূ বুলি।
বাহুৰে আন্তিয়া আঞ্চাৰে তুলি॥
ছান্দিয়া হাতে পাৰে পড়ি দুই।
বাগৰ পাড়ে একপিণ্ড হুই॥ ১৭৬

বান্ধৰ চোটে ভাগে কলেৱৰ।
এড়ায়া কতোহো হোন্ত অন্তৰ॥
ক্ৰোধে চক্ষু পকাই সঘনে চান্ত।
তৰ্জ্জন্ত গৰ্জ্জন্ত কামুৰি দান্ত॥ ১৭৭

বলী অবলীৰ যুদ্ধ দেখিয়া।
পুৰবাসী স্ত্ৰীৰ নসহে হিয়া॥
অন্যোঅন্যে বোলে ইটো অকৰ্ম্মে।
ৰাজ সমাজকো পাৰে অধৰ্ম্মে॥ ১৭৮

ৰাজায়ো কৰাৱে অন্যায় যুদ্ধ।
আকো চাহি আছে সবে অবোধ॥

ইটো দুই মাল বজ্রৰ সাৰ।
মাধৱ ৰাম আতি সুকুমাৰ॥ ১৭৯

নতু প্ৰৱেশন্ত যৌৱন কালে।
আসম্বাক যুঝে দুৰ্জ্জয় মালে॥
সভাকো ধিক্কাৰ আছোক আতি।
কহৱে কথা অন্যোঅন্যে মাতি॥ ১৮০

দেখিয়ো কৃষ্ণৰ বদন ইন্দু।
ব্যাপিয়া আছে ঘৰ্ম্ম জল বিন্দু॥
জলে সমে যেন পঙ্কজ কোশ।
যুঝন্ত শত্ৰুক কৰি আক্ৰোশ॥ ১৮১

কোনোজনী বোলে কিনো আসুখ।
কিয়নো নচাৱা ৰামৰ মুখ॥
অৰুণ নেত্ৰ পঙ্কজৰ জ্যোতি।
কৰিছা ক্ৰোধ মুষ্টিকাক প্ৰতি॥ ১৮২

কেহো বোলে সখী দেখিয়ো তুমি।
ধন্য ধন্য সিটো ব্ৰজৰ ভূমি॥
পুৰাণ পুৰুষ এহেন্তে হৰি।
ফুৰন্ত যৈত নানা ক্ৰীড়া কৰি॥ ১৮৩

অৱতৰি বিষ্ণু আছা মহীত।
আহাঙ্কো যুঝাৰে মালে সহিত ॥
ইটো সমাজক আছো ধিক্কাৰ।
বোলা হৰি হৰি তৰা সংসাৰ ॥ ১৮৪

॥ চতুৰ্দ্দশ কীৰ্ত্তন ॥

ঘোষা ॥ **ৰামেসে গতি ভজ মোৰ মতি।**
**ৰামেসে গতি ৰামেসে গতি ॥ ১৪**

পদ ॥ অভাগী কিনো আমি সবে সখী।
যুদ্ধ সময়ত কৃষ্ণক দেখি ॥
কি পুণ্য কৰিলে ব্ৰজৰ নাৰী।
অনুক্ষণে দেখে হেন মুৰাৰি ॥ ১৮৫

যাহাৰ ৰূপক নাহি সমান।
অনুদিনে কৰে নয়নে পান ॥
মথন্তে দধিক দুহন্তে গাই।
কৰন্তে গৃহৰ কৃত্য সদায় ॥ ১৮৬

কৃষ্ণৰ গাৱে গুণ নাম গীত।
সততে কৃষ্ণত অৰ্পিয়া চিত্ত ॥
পৰে প্ৰেম ভাৱে লোতক ঝৰি।
ধন্য ধন্য কিনো ব্ৰজ সুন্দৰী ॥ ১৮৭

প্ৰভাতে যাহান্তে ব্ৰজৰ হন্তে ।
গৰু সমে সন্ধ্যাবেলা আসন্তে ॥
কৃষ্ণৰ বংশীয় শুনন্তে ৰাৱ ।
বঝায় গোপীসৱ আকুলভাৱ ॥ ১৮৮
কৃষ্ণক দেখি মিলে মহাসুখ ।
চাহাৰে ঈষত হাসিত মূখ ॥
সদয় দৃষ্টি চান্ত বনমালী ।
কতনো কৰিলে পুণ্য গোৱালী ॥ ১৮৯
শুনিয়া সৱে পুৰ স্ত্ৰীৰ বাণী ।
দৈৱকী বসুদেৱ দুয়ো প্ৰাণী ॥
নজানি দুয়ো তনয়ৰ বল ।
ভৈলা দুয়ো পুত্ৰ শোকে বিহ্বল ॥ ১৯০
ঝৰিয়া পড়ে নয়নৰ নাৰ ।
জন্মক দেখে চিত্ত নোহে থিৰ ॥
পুত্ৰক চাই কৰে হাহাকাৰ ।
দেখে দুয়ো দশোদিশে আন্ধাৰ ॥ ১৯১
দেখিয়া ভকতৰ ভয়হাৰী ।
শত্ৰু বধিবাক মনে মুৰাৰি ॥
কৰিলা নিষ্ঠুৰ প্ৰহাৰ ধাই ।
মূৰ্চ্ছিত চাণূৰ চেতন নাই ॥ ১৯২

সন্ধুকি যেন শেনগোটে উঠি।
মাৰিলে কৃষ্ণক ঝাৰলে মুঠি ॥
নচলিলা হৰি পায়া প্ৰহাৰ।
ধৰিলন্ত দুই বাহুত তাৰ ॥ ১৯৩
তুলি উপৰক ফুৰাইলা পাক।
আস্ফালিয়া বলে মাটিত তাক ॥
মুকুত কেশ হাড় বিহৰিল।
ইন্দ্ৰধ্বজ যেন চাণুৰ পড়িল ॥ ১৯৪
মুষ্টিককো বামে দিলা চাপৰ।
ৰুধিৰ ছাদি পীড়া পাইল বৰ ॥
ভূমিত পড়িল প্ৰাণক ছাড়ি।
পড়ে বৃক্ষ যেন বায়ু উভাড়ি ॥ ১৯৫
আসিলা খেদি আউৰ কূট নামে।
বাম মুষ্টি হানি মাৰিলা বামে ॥
তোশল শল্ল ধাইল ক্ৰোধ কৰি।
লাঠি হানি দুইকো বধিলা হৰি ॥ ১৯৬
চাণূৰ মুষ্টিক কূট তোশল।
মাৰিলে শল্লকো দেখি বিহ্বল ॥
আৰৰ মল্ল ভয় হুয়া বড়।
প্ৰাণ ৰাখি সৰে দিল লৰৰ ॥ ১৯৭

দেখিয়া পাছে ৰাম কৃষ্ণ ৰঙ্গে ।
আনিয়া গোপগণ লৈয়া সঙ্গে ॥
দেখায়া মল্ল ক্রীড়া বিপৰীত ।
নাচন্ত লোকৰো ৰঞ্জিয়া চিত্ত ॥ ১৯৮
কণ ঝুণ কৰি নূপুৰ পাৱে ।
উৎসৱ কৰি মল্ল বাদ্য বাৱে ॥
অঙ্গ ভঙ্গি কৰি তাহাৰ ছেৱে ।
কৰন্ত আতি নৃত্য আদি দেৱে ॥ ১৯৯
দেখিয়া সমাজে ভুলিল হাসি ।
কৰে সাধুবাদ দান্ত প্রকাশি ॥
সৱে ৰঙ্গ ভৈল কংসত বাজে ।
হৰি চৰিত্রক শুনা সমাজে ॥ ২০০
কেতিক্ষণে পৰা ধৰিলে কালে ।
মনুষ্য জন্ম নেনা আলে জালে ॥
শঙ্কৰে কহে এড়া আন কাম ।
ঘুষিয়োঁ ঘনে ঘনে ৰাম ৰাম ॥ ২০১

॥ পঞ্চদশ কীৰ্ত্তন ॥

ঘোষা ॥ এ হৰি ৰাম নিৰঞ্জন যদুপতি ।
তুমিসে মাধৱ মোৰ অগতিৰ গতি ॥ ১৫

পদ ॥ মাৰিলন্ত কৃষ্ণে যেবে বৰ বৰ মাল ।
মল্ল বাদ্য বাইবে নিষেধিলে কংস কাল ॥
বল্কিবে লাগিল মহা ক্ৰোধে অন্ধ হুই ।
কিনো অসজ্জন বসুদেৱ সুত দুই ॥ ২০২
নগৰৰ বাঝ কৰি খেদায়ো আমাৰ ।
দুষ্ট বসুদেৱক সত্বৰ কৰি মাৰ ॥
গোৱালৰ ধনক আগ্ৰহি সবে লৈয়ো ।
দুৰ্ম্মতি নন্দক লোহা লগাই বান্ধি থৈয়ো ॥ ২০৩
পিতৃ উগ্ৰসেনক সত্বৰে মাৰ নিয়া ।
নৰাখিবি আছে আৰ যত নগৰীয়া ॥
শুনি কদৰ্থনা বাণী কৃষ্ণ কৃপাময় ।
জ্বলি গৈল ক্ৰোধে অতি নসহে হৃদয় ॥ ২০৪
লঘিমা গুণক আশ্ৰয়িলা কৃষ্ণদেৱে ।
কংসৰ উচ্ছ্ৰিত মঞ্চে উঠিলন্ত ডেৱে ॥
দেখি কংস আসনৰ উঠি তাৰক্ষণে ।
ধৰিলেক খাণ্ডা বাক যুজিবাক মনে ॥ ২০৫

বান্ধক ফুৰাৰে লুম্ফি ফিঙ্কাৰে থাণ্ডাক ।
যেন শেনগোটে আকাশত ফুৰে পাক ॥
অচিন্ত্য মহিমা হৰি লীলায়ে হাসিয়া ।
আলগতে কংসক ধৰিল চাম্পি দিয়া ॥ ২০৬
গুচিল প্ৰভাৱ তাৰ হত হৈল দৰ্প ।
গৰুড়ৰ হাতে যেন বন্দী ভৈল সৰ্প ॥
কিৰীটি সহিতে তাৰ ধৰিয়া চুলত ।
ভূমিত পাড়িয়া পড়িলাহা উপৰত ॥ ২০৭
জগতৰ ভৰত মৰিল কংসৰায় ।
চুলে ধৰি সমাজত ফুৰাইল ঘষাই ॥
হস্তীক আজোৰে যেন মত্ত সিংহৰাজে ।
দেখি হাহাকাৰ কৰে সকল সমাজে ॥ ২০৮
পয়ন্তে বোলন্তে সিটো পথত ভ্ৰমন্তে ।
নশ্বাস কাঢ়ন্তে নিশা শয়ন কৰন্তে ॥
ভয়তে আগতে দেখে কৃষ্ণক সদায় ।
সিহেতু কৃষ্ণৰ ৰূপ পাইলা কংসৰায় ॥ ২০৯
কঙ্ক আদি কৰিয়া কংসৰ আঠ ভাই ।
ভাইৰ মান সাৰো বুলি ক্ৰোধে গৈল ধাই ॥
পৰিঘে মাৰিলা কোবাই ৰঙ্গে হলধৰে ।
পূৰ্ব্বত পশুক যেন মাৰিলা শঙ্কৰে ॥ ২১০

আকাশক ছানি বাৱে দেৱৰ ডুন্দুভি।
ব্ৰহ্মা আদি দেৱে পুষ্প ববিষে সুৰভি॥
বুলিল প্ৰশংসা বাণী আকাশৰ পৰা।
উৎসৱে নাচিল কাছি মুখ্য অপেস্বৰা॥ ২১১
ৰাজনাৰী নিৰন্তৰে বৰাইল কান্দণ্ডে।
হা স্বামী বুলি আতি হিয়া ধাঙ্কুৰন্তে॥
স্বকী স্বকী স্বামীক আলিঙ্গি কান্দে ধৰি।
নয়নৰ লোতক ধাৰায়ে পড়ে ঝৰি॥ ২১২
তাসম্বাক কৃষ্ণে আস্বাসিয়া পঠাই ঘৰ।
কৰাইলা কংসৰ প্ৰেত কাৰ্য্য নিৰন্তৰ॥
অনন্তৰে ভগৱন্ত ভকতৰ গতি।
পাতিলন্ত নিয়া উগ্ৰসেনক নৃপতি॥ ২১৩
ছোড়িলা বন্ধন হৰি পিতৃৰ মাতৃৰ।
কৰিলা বন্দন ডুইকো পাৱে ছুয়া শিৰ॥
ভকত বৎসল হৰি লোকত দেখাই।
বোলা হৰি হৰি তৰা পাতক খেদাই॥ ২১৪

॥ কংস বধ সমাপ্ত ॥

---

১৩॥ নন্দ ঘৰে—গকুলত, ৪০॥ অঙ্কুশে—পঙ্কজে
১৭৩॥ নিশ্চিত মতি—নিবৃত্ত মতি

## ॥ গোপী উদ্ধৱ সংবাদ ॥

ঘোষা ॥ মাধৱ মধুসূদন ৰাম ।
ভকত ৱৎসল কৰো প্ৰণাম ॥ ১

পদ ॥ বিৰহে আকুল গোপীক জানি ।
উদ্ধৱক মাতি বুলিলা বাণী ॥
আমাত পৰম তুমি ভকত ।
যায়ো গোকুলত চড়ি ৰথত ॥ ১
বচন সন্দেশ গোপীত কই ।
প্ৰবোধ দিবা কতো দিন ৰই ॥
গৈলন্ত উদ্ধৱ গোপ নগৰী ।
আদৰিলা নন্দে আতি সাদৰি ॥ ২
যশোদা কান্দন্ত কৃষ্ণক স্মৰি ।
চক্ষুৰ লোহ পড়ে সৰসৰি ॥
সোধন্ত ৰাম মাধৱৰ কথা ।
এড়িলন্ত কৃষ্ণে আমাৰ বেথা ॥ ৩
মাৰ বাপ পাই নাইলা ফুনাই ।
আমাক কৰিল অনাথ প্ৰায় ॥
এহি বুলি দুয়ো কান্দন্ত আতি ।
উদ্ধৱে প্ৰবোধ বুলিলা মাতি ॥ ৪

দেখিবা কৃষ্ণক নকৰা খেদ।
কৰিবা হৰি দুঃখ পৰিচ্ছেদ॥
উদ্ধৱৰ বোলে দুয়ো জুড়াইল।
কৃষ্ণৰ কথাতে ৰাত্ৰি পুহাইল॥ ৫
গোপীগণো আতি ব্যাকুল চিত্ত।
গাৱে উজাগৰে কৃষ্ণৰ গীত॥
কাহাৰো হৰি বিনা নাহি স্বস্থ।
গুহ্লায়া দেখে সুৱৰ্ণৰ ৰথ॥ ৬
কোন আসিয়াছে নন্দৰ পুৰ।
জোনো কংস দূত আইল অক্ৰূৰ॥
নিলেক কমললোচন স্বামী।
যাহাৰ বিৰহে মৰোহো আমি
ইবাৰ কিবা মাংস নেয় কাটি
মৰিল কংস দিবে পিণ্ড বাটি
ডাকিয়া পাৰে অক্ৰূৰক গালি
হা কৃষ্ণ বুলি কান্দে গোৱালী॥ ৮
দেখিলা সৱে উদ্ধৱক পাছে।
ৰূপে মনোহৰ জ্বলন্তে আছে॥
আজানুলম্বিত বাহু দুখান।
নৱ পদ্ম যেন জ্বলে লোচন॥ ৯

গাৱে পীত বস্ত্র কর্ণে কুণ্ডল ।
পদ্ম সম শোভে মুখমণ্ডল ॥
গলত জ্বলে নৱ পদ্মমালা ।
বিস্ময় ভৈল যত গোপবালা ॥ ১০
ইটো কোনজন কৃষ্ণৰ বেশ ।
জোনো আনিয়াছে কৃষ্ণ সন্দেশ ॥
বিৰলে নিয়া উদ্ধৱক মাত্তি ।
বেঢ়িয়া বসিলা সমাজ পাতি ॥ ১১
জানিলো তুমি মুখ্য হৰিদাস ।
পঠাইলা পিতৃৰ মাতৃৰ পাশ ॥
মুনিৰো দুস্ত্যজ বন্ধুৰ স্নেহ ।
জানো আনি আছা কৃষ্ণ সন্দেশ ॥ ১২
তুহি গোকুলক স্মৰিবা কেনে ।
পুষ্প চুম্বি এড়ে ভ্ৰমৰা যেনে ॥
স্ত্রীতো তেহ্ন পুৰুষৰ চিত্ত ।
বুজিলো কৃষ্ণৰ আমি ইঙ্গিত ॥ ১৩
এড়িলা স্নেহ প্ৰভু সমুদায় ।
মথুৰা নাগৰী সুন্দৰী পাই ॥
এহি বুলি সৱে লজ্জাক এড়ি ।
কান্দত কৃষ্ণৰ গুণ সুমৰি ॥ ১৪

কৃষ্ণক লাগি আতি প্ৰেমভাৱে ।
কৃষ্ণৰ সমে গুণ গীত গাৱে ॥
কৃষ্ণত সৱে নিমজাইল মন ।
কাহাৰো গাৰত নাহি চেতন ॥ ১৫
উদ্ধৱে গোপীৰ দেখিয়া ভাৱ ।
বিস্ময় হুয়া শিহৰাইলা গাৱ ॥
নন্দৰ ব্ৰজে যত গোপীজাক ।
শিৰে বন্দো তান পদধূলাক ॥ ১৬
ৰাত্ৰি দিনে গাৱে হৰি চৰিত্ৰ ।
তিনিও লোকক কৰে পৱিত্ৰ ॥
বোলন্ত অনেক প্ৰবোধ বাক ।
ক্ৰন্দন এড়া আৱে গোপীবাক ॥ ১৭
কিনো তোৰাসৱে কৰিলা পুণ ।
সদায়ে গোৱা গোৱিন্দৰ গুণ ॥
হৰিত মজিল আতি হৃদয় ।
কিনো তোমাসাৰ ভাগ্য উদয় ॥ ১৮
হৰিৰ অৰ্থে পতি পুত্ৰ এড়ি ।
কৰিলা পূজা যেন সৱে চেড়ী ॥
জানিলো সংসাৰ তৰিলা সুখে ।
বৰ্ণাইবো আৰো কত মোৰ মুখে ॥ ১৯

কহিলা কৃষ্ণৰ সন্দেশ বাক ।
জুড়াইল শুনি সৱে গোপীঝাক ॥
উদ্ধৱত কথা সোধে জুনাই ।
সুখে কি আছন্ত কৃষ্ণ গোসাঁই ॥ ২০
আমাৰ কথা কি পৰে মনত ।
যেন ক্ৰীড়া ভৈলা ৰাত্ৰি বনত ॥
আউৰ কি আসিবা নন্দৰ পুৰ ।
কৈসানি দেখিবো মুখ প্ৰভুৰ ॥ ২১
পড়িল কান্দন্তে চক্ষুৰ পানী ।
উদ্ধৱে প্ৰবোধ বুলিলা বাণী ॥
এড়া অনুশোচ দেখিবা হৰি ।
ৰাম বুলি যায়ো সংসাৰ তৰি ॥ ২২
শুনা সৰ্ব্বজন কৃষ্ণৰ বাণী ।
ভক্তক স্নেহ কৰা চক্ৰপাণি ॥
কামাতুৰ ভাৱে ভজিয়া হৰি ।
তৰিল এতেকে গোপৰ নাৰী ॥ ২৩
তাহাঙ্ক শান্ত কৰাইলন্ত পাছে ।
ভক্তৰ ইষ্টদেৱ কোন আছে ॥
আলাস তেজিয়া ভজিয়ো হৰি ।
সমস্ত নৰে ডাকি বোলা হৰি ॥ ২৪

**॥ গোপী উদ্ধৱ সংবাদ সমাপ্ত ॥**

## ॥ কুঁজীৰ বাঞ্ছা পূৰণ ॥

ঘোষা ॥ ভকত বান্ধৱ মাধৱ ৰাম
তুমি অগতিৰ গতি ।
ছাড়ে জোনো মোৰ মনে নাৰায়ণ
তোমাৰ চৰণে ৰতি ॥ ১

পদ ॥ শুক নিগদতি শুনা কুৰুপতি
কৃষ্ণৰ মনুষ্য লীলা ।
গোপিকাক শান্ত কৰি মথুৰাক
উদ্ধৱ যেৰে আসিলা ॥
মদনে দগধ সৈৰিন্ধ্ৰীক জানি
পাছে হৰি অন্তৰ্য্যামী ।
উদ্ধৱ সহিতে তাইৰ মন্দিৰক
লড়িলা জগত স্বামী ॥ ১
সৈৰিন্ধ্ৰীৰ সিটো বিচিত্ৰ মন্দিৰ
সূৰ্য্য যেন কৰে কান্তি ।
স্বৰ্ণ আসনে বঞ্জিত ভাজনে
প্ৰকাশে প্ৰদীপ পান্তি ॥

স্বৰ্ণ খাটত বিছাই হংস তুলি
পুষ্প সিঞ্চি আছে ছানি ।
মুকুতা মুৰালি থোপা আড়ি চাৰু
চন্দ্ৰাতপ আছে টানি ॥ ২
মলয় চন্দন সুগন্ধিত ঘ্ৰাণ
মালতী চম্পা শিৰীষ ।
অগুৰু ধূপৰ ধূম্রে আমোদিত
বাসয় দিশ বিদিশ ॥
চৌপাশে পুতলা লিখিছে বাৰত
কৰন্তে আছে সুৰত ।
যাক দেখি হোৱে কামী পুৰুষৰ
কামে চিত্ত উনমত ॥ ৩
হেন মন্দিৰৰ মধ্যত সুন্দৰী
বসিয়া আছে আসনে ।
চৌপাশে বেঢ়িয়া সেৱা কৰি আছে
সালঙ্কৃতা দাসীগণে ॥
কৃষ্ণকেসে মনে চিন্তি আছে আতি
কেতিক্ষণে পাইবো বুলি ।
সেহিবেলা আসি মাধৱো মিলিল
দেখিলেক মাথা তুলি ॥ ৪

উল্লসি উৎসৱে উঠি বাঢ়ি গৈল
সখীগণ লৈয়া সঙ্গে ।
আসনে বৈসাই সাদৰে কৃষ্ণক
পূজিল যুৱতী ৰঙ্গে ॥
উদ্ধৱক আতি সতকাৰ কৰি
আসন দিলা বঢ়াই ।
আসনক মান্য কৰি হাতে দিয়া
বসিল্ন মাটিতে যাই ॥ ৫
মনুষ্য চেষ্টাক দেখাই কৃষ্ণে পাছে
শয্যাত ভৈলা প্ৰৱেশ ।
সৈৰন্ধ্ৰীও আনি দিব্য অলঙ্কাৰ
পিন্ধিল বস্ত্ৰ বিশেষ ॥
মধুপিয়া গন্ধে চন্দনে কুঙ্কুমে
ভূষিত কৰিয়া নাস ।
কৰ্পূৰ তাম্বুল ভুঞ্জি অনুৰাগে
চাপিয়া কৃষ্ণৰ পাশ ॥ ৬
কটাক্ষ ছটায়ে কৃষ্ণক চাহিয়া
হাসিয়া লাজে নমাতে ।
আইস বুলি কৃষ্ণে কঙ্কণে ভূষিত
কৰত ধৰিয়া হাতে ॥

শয্যাক আনিয়া আশেষ ক্ৰীড়িলা
কৃষ্ণে পূৰি তাইৰ মতি।
চন্দন অৰ্পণ পুণ্যেসে পাইলন্ত
ঈশ্বৰ কৃষ্ণক পতি ॥ ৭

কৃষ্ণৰ চৰণ ধৰি ঘনে ঘন
গুঞ্জয় এড়িয়া ক্ৰীড়া।
হৃদয় তনত চক্ষুত ঘষিয়া
এড়াইল মদন পীড়া ॥

আনন্দ মূৰ্ত্তিক দুই হাতে হিয়াত
আলিঙ্গি ভৈল নিষ্পাপ।
মোক্ষতো অধিক আনন্দ মিলিল
তৰিল সংসাৰ তাপ ॥ ৮

দুৰ্ল্লভ কৃষ্ণক পতি পাই তাই
আগত কৰে গোচৰ।
দিন কতিপয় থাকা নাথ ঐত
চৰণে কৰো কাতৰ ॥

তযু অঙ্গ সঙ্গ এড়িবে নপাৰো
আপুনি মুহিলা চিত্ত।
কৃষ্ণে তাইক পাছে সন্মান কৰিয়া
পূৰিয়া মন বাঞ্ছিত ॥ ৯

বস্ত্র অলঙ্কাৰ দিয়া মন তুষি
মৈৰিন্ধ্ৰীক হৰি ৰঙ্গে।
আপুন গৃহক চলি গৈলা পাছে
উদ্ধৱক লৈয়া সঙ্গে॥
কৃষ্ণৰ কিঙ্কৰে ৰচিলা শঙ্কৰে
শুনিয়োক সৱে নৰ।
অতি অল্প সেৱা মাত্রতে সন্তোষ
হৈলসে কৃষ্ণ ঈশ্বৰ॥ ১০
চন্দন অৰ্পণ বিনে কুবুজাৰ
আন কিছু পুণ্য নাই।
এতেকতে কেনে দেখিয়ো পৰম
প্ৰসাদ পাইলেক তাই॥
যিটো অনুক্ষণে শ্ৰৱণ-কীৰ্ত্তনে
ভজে এক চিত্ত কৰি।
তাহাৰ ভাগ্যক কহন নযায়
ডাকি বোলা হৰি হৰি॥ ১১

॥ কুঁজীৰ বাঞ্ছা পূৰণ সমাপ্ত॥

## ।। অক্ৰূৰৰ বাঞ্ছা পূৰণ ।।

ঘোষা ।। গোপাল কৃপাল পালিয়ো বাপ
পাপ পয়োধিত মৰো ।
ইজন্মত নাথ নভৈলু ভকতি
পাতকী কিমতে তৰো ।। ১

পদ ।। আত অনন্তৰে ৰাম উদ্ধৱক
কৃষ্ণে দুইকো লৈয়া সঙ্গে ।
অক্ৰূৰৰ প্ৰীতি সাধিবাক প্ৰতি
লড়িলা মনত ৰঙ্গে ॥
তিনি নৰোত্তম বান্ধৱ পৰম
আসন্ত দেখি অক্ৰূৰে ।
পৰম আনন্দে আলিঙ্গিয়া আগ
বাঢ়িয়া আতি সত্বৰে ॥ ১
ৰামক কৃষ্ণক পড়ি প্ৰণামিলা
তাঙ্কো প্ৰণামিলা দুই ।
আসনে বৈসাই তিনিকো অৰ্চ্চিলা
অক্ৰূৰে বিস্ময় হুই ॥

দোভাইৰ পাৰক পখালি শিৰত
লৈয়া পাদোদক জল ।
গন্ধে পুষ্পে ধূপে বসনে পূজিয়া
কৰিলা জন্ম সাফল ॥ ২

পৰম সাদৰে কৃষ্ণৰ চৰণে
কোলাত লৈয়া ঝান্তিলা ।
প্ৰণতি পূৰ্ব্বকে স্তুতি কৰিবাক
অক্ৰূৰে পাছে লাগিলা ॥

সাধিলা আনন্দ কিনো নাৰায়ণ
সবান্ধৱে বধি কংস ।
দুঃখৰ উদ্ধাৰ কৰি পুনৰপি
বঢ়াইলা যদু বংশ ॥ ৩

তোমাৰ ভকতি পথক পাষণ্ডে
কৰয় যেৱে উছন ।
সন্তৰ ৰক্ষাৰ হেতু অৱতাৰ
হোৱা তেৱে নাৰায়ণ ॥

সম্প্ৰতি আপুনি বসুদেৱ গৃহে
ৰামে সমে অৱতৰি ।
দুৰ্জ্জন ৰাজাক বধিয়া মাধৱ
উদ্ধাৰিলা বসুন্ধৰী ॥ ৪

আজি মোৰ গৃহ তীৰ্থতো অধিক
পৱিত্ৰ ভৈল আশেষ ।
যিহেতু সাক্ষাতে জগতৰ গুৰু
আপুনি ভৈলা প্ৰৱেশ ॥
কোননো পণ্ডিতে এড়িয়া তোমাক
আনক ভজিবে যাই ।
ভকত জনক আপুনাকো দিয়া
জানো ইটো অভিপ্ৰায় ॥ ৫
ভকতেসে প্ৰভু তোমাৰ বান্ধৱ
দিয়া মনোৰথ সিদ্ধি ।
ব্ৰহ্মাৰ দুৰ্ল্লভ তোমাক দেখিলো
কিনো সুপ্ৰসন্ন বিধি ॥
সুত বিত্ত দাৰা বিষয় জঞ্জাল
ছিণ্ডা মোৰ মোহজৰী ।
তোমাৰ চৰণ নিতান্তে চিন্তিয়া
ফুৰো কৃপা কৰা হৰি ॥ ৬
অনেক ভকতি কৰিলন্ত তুতি
নয়নৰ পৰে পানী ।
অক্ৰূৰৰ মন মুহি হৰি পাছে
হাসিয়া বুলিলা বাণী ॥

তুমি গুৰু পিতৃ সুহৃদ আমাৰ
আমি তযু পুত্ৰচয় ।
ৰক্ষণ পোষণ কৰিবা সদায়
আমাত হুয়া সদয় ॥ ৭

যত নদী নদ সিও তীৰ্থ হয়
শিলাৰ প্ৰতিমা দেৱ ।
তেসম্বে পৱিত্ৰ কৰে যেৱে পুনু
বহু কালে কৰে সেৱ ॥

দেখিল মাত্ৰকে ভকতে পৱিত্ৰ
কৰে লোক নিৰন্তৰ ।
দেৱে তীৰ্থে জানা ভকত জনৰ
অনেক হোৱে অন্তৰ ॥ ৮

হেনয় পৰম বন্ধুজন তুমি
সুহৃদতে সাৰতৰ ।
হস্তিনাপুৰৰ পৰা পাণ্ডৱৰ
বাৰ্ত্তাক আনা সত্বৰ ॥

মৰিলন্ত পাণ্ডু পঞ্চ পুত্ৰ সমে
কুন্তী ভৈল দুঃখভাগী ।
ধৃতৰাষ্ট্ৰে বোলে আনিল শুনিলো
হস্তিনাপুৰক লাগি ॥ ৯

পাণ্ডৱক পুনু হিংসা কৰে ৰাজা
আপুন পুত্ৰ নিদান।
যেন ভাল মন্দ জানি আসা খুড়া
সাধিবো মই কল্যাণ॥
অক্রূৰক হেন প্ৰবোধ বুলিয়া
প্ৰণয়ে ৰঞ্জিয়া চিত্ত।
আপুন গৃহক চলি গৈলা পাছে
উদ্ধৱ ৰাম সহিত॥ ১০
তাহান চৰণে ভকতি কৰিলে
সিজিবে সমস্ত কাম
হৃদয়ে পৰম বান্ধৱ জানিয়া
লৈয়ো সদা তান নাম॥
শুনা সৰ্ব্বজন কেদিন জীৱন
তথাপি নুগুণা মনে।
হেন জানি কৃষ্ণ চৰণে শৰণ
লৈয়ো অকপট মনে॥ ১১
তান্ত বিনে আন ব্ৰহ্মাণ্ড মধ্যত
তাৰন্তা নাহিকে কেৰ।
জানি তান সদা গুণ নাম গায়া
কৃষ্ণক কৰিয়ো সেৱ॥

কৃষ্ণৰ কিঙ্কৰে কহয় শঙ্কৰে
নেড়িবা মুখত নাম ।
আলজাল এড়ি সমজ্যায়ে বেঢ়ি
ডাকি বোলা ৰাম ৰাম ॥ ১২

॥ অক্রূৰৰ বাঞ্ছা পূৰণ সমাপ্ত ॥

# ॥ জৰাসন্ধৰ যুদ্ধ ॥

## ॥ প্ৰথম কীৰ্ত্তন ॥

ঘোষা ॥ নমো দামোদৰ হৰি ।
নিয়োক নাথ উদ্ধাৰি ॥ ১

পদ ॥ বোলন্ত শুকে শুনা পৰীক্ষিত ।
কহিবো কৃষ্ণৰ আৰো চৰিত ॥
মৰিল কংস তাৰ ভাৰ্য্যা দুই ।
পিতৃগৃহে গৈল বিধৱা হুই ॥ ১
শুনিয়ো বাপ কি কহিবো আমি ।
মাৰিলন্ত কৃষ্ণে আমাৰ স্বামী ॥
শুনি জৰাসন্ধ ক্ৰোধিল আতি ।
তেইল অক্ষৌহিণী সাজ্জি পদাতি ॥ ২
বেঢ়িল চতুৰ্ভিতি মথুৰাক ।
দেখি ভয় ভৈল যাদৱ ঝাক ॥
নৰা নাৰীগণো আসি লৰৰড়ি ।
সেনাক চাৰে ৰঙ্গে চাঙ্গে চড়ি ॥ ৩

সাগৰ সঙ্কাশ দেখি পয়াতি।
ত্ৰাসতে কম্পিল হৃদয় আতি ॥
বুলিলা মাধৱে নিৰ্ভয় বাণী।
কৰিলা আলোচ জ্ঞাতিক আনি ॥ ৪
কৃষ্ণৰ বাক্যে সৱে ভৈল স্বস্থ।
বৈকুণ্ঠৰ পৰা নামিল ৰথ ॥
আইল অস্ত্ৰচয় চক্ৰ প্ৰমুখ্যে।
কৃষ্ণক নমিলা আসি দাৰুকে ॥ ৫
পড়িল লাঙ্গল মুষল বাণ।
কৰিলা দোভায়ে পাছে পায়ণ ।
ৰথে চড়ি কৃষ্ণে বেগে বঝাইলা।
শৰ কৰি শত্ৰু সেনা ভঙ্গাইলা ॥ ৬
কাটিলা ৰথ হস্তী পতিচয়।
শোণিতে নদী প্ৰৱহাইলা তয় ॥
পৰম লীলায়ে শত্ৰু সংহৰি।
ফুঙ্কিলা পাঞ্চজন্য উচ্চ কৰি ॥ ৭
পাছে বলো ঘোৰ সমৰ কৰি।
মাগধ ৰাজাক জীৱন্তে ধৰি ॥
মাৰিবাক চান্ত কোৱাই সমূলি।
বাধিলা কৃষ্ণে আক ৰাখা বুলি ॥ ৮

কৃষ্ণৰ বচনে ৰাখিলা কন্ধ।
দেশক পাছে গৈলা জৰাসন্ধ ॥
নযায় নুপুহায় কৃষ্ণত হাৰি।
আনিলেক ৰাজা সৰে হাঙ্কাৰি ॥ ৯
দঢ়ায়া আপুনাক মাস তিনি।
লড়িলা সাজি তেইশ অক্ষৌহিণী ॥
বেঢ়িলে গৈয়া ভুনাই মথুৰাক।
যমুনা তীৰে ৰৈল ৰাজা ঝাক ॥ ১০
কাঠ গড় বান্ধি বঞ্চিল ৰাতি।
নাচে গাৱে ৰঙ্গে যত পয়াতি ॥
মাধৱে পাছে সৱে বাৰ্ত্তা পাইল।
ভুনাই যুঝিবাক মাগধ আইল ॥ ১২
যদু বীৰগণো আনিলা মাতি।
আলোচিলা কৃষ্ণে সমস্তে ৰাতি ॥
আপুন সেনা তিনি ভাগ কৰি।
নিয়োজিলা সৱে বীৰক হৰি ॥ ১২
সাৰণ গদক বলো দদাক।
পঠাইলা বাম পাশে যুঝিবাক ॥
উদ্ধৱ সাত্যকি অনেক ৰথে।
বেঢ়িলে সেনাক দক্ষিণ পথে ॥ ১৩

কতো সেনা লৈয়া কৃষ্ণে আটোপে ।
সমুখে মাগধক ধাইল কোপে ॥
কৃষ্ণৰ কিঙ্কৰে শঙ্কৰে ভণে ।
বোলা হৰি হৰি সমস্ত জনে ॥ ১৪

॥ দ্বিতীয় কীৰ্ত্তন ॥

ঘোষা ॥ এ হৰি নাৰায়ণ মাধৱে গতি ।
কৃষ্ণৰ চৰণে মোৰ নছাড়োক মতি ॥ ২

পদ ॥ মাগধ ৰাজাৰ সেনা সাগৰ সঙ্কাশ ।
সুখে ৰহি আছে পায়া পথতে প্ৰয়াস ॥
কতো হাসে মাতে কতো আছে নিদ্ৰা পাৰি ।
হয় হস্তী ৰথ বান্ধি আছে সাৰি সাৰি ॥ ১৫
নাহি যুদ্ধ ঘৰা হয় হস্তীৰ পিঠিত ।
নতু আনি জোড়ে ঘোড়া ৰথ যুৰলিত ॥
শুধা হাতে বসিয়াছে যত ৰাজাচয় ।
সিবেলাত নতু হন্ত আদিত্য উদয় ॥ ১৬
হেন উষা সময়ত পাছে যদুৰায় ।
পশিলা সেনাৰ মাঝে নিসান কোবাই ॥
সিংহনাদ কৰি হৰি ধনুক টঙ্কাৰি ।
বৰষিলা দিব্য অস্ত্ৰ অসংখ্য মুৰাৰি ॥ ১৭

কালান্তক সম দেখি কৃষ্ণক প্ৰত্যেক।
থকবক কৰে আত্তি নৃপতি যতেক ॥
নাহি শ্ৰুতি বুদ্ধি চাৰে উলটি পালটি।
মাধৱৰ শৰে আসি ফুটে চটচটি ॥ ১৮
বাম পাশে খেদি আসি বলো মহাবলী।
শত্ৰুৰ সেনাক সৰে লৈ যান্ত নিডলি ॥
সাত্যকি দক্ষিণ পথে দেখি দিল ধাৰ।
কৰিবাক লাগিলা শত্ৰুক বুন্দামাৰ ॥ ১৯
কৰন্ত ক্ৰন্দন আতি তিনি ভিতি বেঢ়ি।
মহাভয়ে কতো সেনা পলায় ৰণ এড়ি ॥
কতো প্ৰাণ ছাৰি পৰে পৃথিৱীত ঢলি।
শত্ৰুৰ সন্মুখ হুয়া ধাৰে কতো বলী ॥ ২০
ৰাজাগণে দেখে সেনা বিভঙ্গে ভাগিল।
অনা যুদ্ধ কাছে ৰণ কৰিবে লাগিল ॥
কতো বাসা এড়ি পলাই পশিল বনত।
ত্ৰাহি বুলি পড়ে কতো কৃষ্ণৰ আগত ॥ ২১
যিটো ৰাজাগণে আগ বাঢ়ি দিল ৰণ।
তাৰ কন্ধ ছেদ কৰিলন্ত নাৰায়ণ ॥
মাগধৰ সেনাগণ সাগৰ সঙ্কাশ।
ক্ষেণেকে ভাগিল সৰে হুয়া মহাত্ৰাস ॥ ২২

বলভদ্ৰ সাত্যকি মাধৱ মহাৰথ।
খেদিল পাছত পাঞ্চ প্ৰহৰৰ পথ।
হয় হস্তী ৰত্ন ৰথ লাগে মানে পাইল।
মথুৰাত নিয়া যদু ৰাজাত যোগাইল॥ ২৩
মাধৱত যুদ্ধ হাৰি জৰাসন্ধ নৃপ।
ৰাজাগণ সমে গৈল বাণৰ সমীপ॥
প্ৰাণমিত্ৰ বুলি বাণে কৰিলা সংকাৰ।
জৰাসন্ধে নিৱেদিলে দুঃখ আপুনাৰ॥ ২৪
শুনা দৈত্যপতি কিনো ভৈল বিষঙ্গতি।
ৰাত্ৰি চুৰি কৰি আসি গোপাল দুৰ্ম্মতি॥
জিনিয়া খেদিলা মোক বহু দূৰ পথ।
নিলেক মোহোৰ সৰে হয় হস্তী ৰথ॥ ২৫
তোমাৰ পাশক আইলো শুনা দৈত্যৰায়।
কৃষ্ণক যুঝিবে মোৰ হুয়োক সহায়॥
তুমি সম প্ৰাণমিত্ৰ নাহিকে আমাৰ।
কৃষ্ণ শত্ৰু সাগৰত কৰা মোক পাৰ॥ ২৬
কৃষ্ণৰ কিঙ্কৰে গীত ভণিল শঙ্কৰে।
নাহি আন ধৰ্ম্ম আৰ কীৰ্ত্তনত পৰে॥
শুনা সৰ্ব্বজন আউৰ কেদিন জীৱন।
বোলা হৰি হৰি আছে যাৱত চেতন॥ ২৭

## । তৃতীয় কীৰ্ত্তন ॥

ঘোষা ॥ ৰাম হৰি ৰাম হৰি ৰাম হৰি ৰাম ।
নমো ৰাম হৃষীকেশ হৃষীকেশ হৰি ॥ ৩

পদ ॥ পাছে বলি সুত বাণ ।
দিলা হেন সন্নিধান ॥
মোৰ যত ৰাজ্য ভাৰ ।
তোমাৰেসে অধিকাৰ ॥ ২৮

এহি বুলি দৈত্যপতি ।
অসংখ্যাত হয় হস্তী ॥
দিলে দৈত্য সেনা ৰথ ।
পূৰি তাৰ মনোৰথ ॥ ২৯

সিটো সেনা লৈয়া সঙ্গে ।
মাগধ চলিলা ৰঙ্গে ॥
ৰথ-ধ্বজ গজ বাজী ।
পৰম প্ৰাৰম্ভে সাজি ॥ ৩০

লগে লৈয়া সেনা ঝাক ।
বেঢ়িলেক মথুৰাক ॥
ধৰ মাৰ কৰে ৰোল ।
বাৱে বীৰ ঢাক ঢোল ॥ ৩১

মথুৰাবাসীৰ ভয়।
দেখি কৃষ্ণ কৃপাময় ॥
বীৰগণ কৰি সাজ।
নগৰৰ ভৈলা বাজ ॥ ৩২
বলভদ্ৰ ক্ৰোধে ৰাগি।
ধাইলা মাগধক লাগি ॥
কৰিলা দুৰ্ঘোৰ ৰণ।
সংহৰিলা বৈৰগণ ॥ ৩৩
যত আইল ৰাজা ঝাক।
একলে গোপালে তাক ॥
মাৰিলা সমৰ মাঝে।
হত ভৈল সামৰাজে ॥ ৩৪
বলভদ্ৰে জৰাসন্ধে।
যুজিলন্ত মাল বন্ধে ॥
প্ৰহাৰে অনেক ভাৰে।
ছান্দি ধৰি পাৰে পাৰে ॥ ৩৫
পাছে বলো সন্ধুকিয়া।
মাগধক আস্ফালিয়া ॥
এড়াইলা উলটা বান্ধে।
লাঙ্গল ভেজাইলা কান্ধে ॥ ৩৬

আঝুৰি আনিয়া কাছে।
মুষল উচায়া পাছে ॥
মুণ্ড ভাঙ্গিবাক চান্ত।
সেহিবেলা শুনিলন্ত ॥ ৩৭
পড়িল আকাশী বাক।
নমাৰা নমাৰা আক ॥
শুনি বলো সৰ্ব্বজান।
ৰাখি মাগধৰ প্ৰাণ ॥ ৩৮
এড়িলা দাৰুণ যুদ্ধ।
ৰথে চড়ি হলায়ুধ ॥
কৃষ্ণ সমে লড়ি গৈলা।
মথুৰা প্ৰৱেশ ভৈলা ॥ ৩৯
এহিমতে ৰাম হৰি।
বিপক্ষক ক্ষয় কৰি ॥
যত পাইল অলঙ্কাৰ।
কিৰীটি কুণ্ডল হাৰ ॥ ৪০
যাদৱ ৰাজাক দিলা।
মনুষ্যৰ দেখাই লীলা ॥
কৰিলন্ত ক্ৰীড়া হৰি।
ভকতৰ প্ৰীতি কৰি ॥ ৪১

পাছে জৰাসন্ধ ৰাজা ।
যুদ্ধ হাৰি হুয়া লজ্জা ॥
দেশ গৈল অধোমুখে ।
নযায় নুপুহায় দুঃখে ॥ ৪২
দুনাই দুনাই দেয় ধাৰ ।
হাৰিল সতেৰ বাৰ ॥
তথাপি নভৈল লজ্জা ।
আৰকা যোৰাৰে প্ৰজা ॥ ৪৩
সাধিবো ইবাৰ জয় ।
এহি বুলি দুৰাশয় ॥
সাজে চতুৰঙ্গ দল ।
নজানে কৃষ্ণৰ বল ।৪৪
কৃষ্ণৰ কিঙ্কৰে ভণে ।
শুনিয়োক সৰ্ব্ব জনে ॥
মাধৱৰ জন্ম কৰ্ম্ম ।
আত পৰে নাহি ধৰ্ম্ম ॥ ৪৫
অদ্যাপি নুপজে বুদ্ধি ।
কলিযুগে মহৌষধি ॥
কৃষ্ণ ৰাম নাম বাণী ।
কেনে হেলা কৰা জানি ॥ ৪৬

যত মহা যজ্ঞ দান ।
তপ জপ তীর্থ স্নান ॥
কেহো নোহে আক সৰি ।
ডাকি বোলা হৰি হৰি ॥ ৪৮

॥ জৰাসন্ধৰ যূদ্ধ সমাপ্ত ॥

# ॥ কালযৱন বধ ॥

## ॥ প্ৰথম কীৰ্ত্তন ॥

ঘোষা ॥ ৰঘুপতি হৌক গতি
তোমাৰ চৰণে নাৰায়ণ।
দাস বুলি দামোদৰ দিয়োক শৰণ ॥ ১

পদ ॥ সেহি সময়ত যৱনৰ মহাৰাজা।
লগে লৈয়া সাজি ম্লেছ তিনি কোটি প্ৰজা ॥
নামে কালযৱন ৰণত অনিৰ্ব্বাৰ।
নাৰদে পঠাইলে মাধৱক দিলে ধাৱ ॥ ১
তিনি কোটি ম্লেছে বেঢ়িলেক মথুৰাক।
দেখি সচকিত ভৈল যত যদু ঝাক ॥
দেখি বন্ধো সমে আলোচন্ত দামোদৰ।
মিলিল প্ৰমাদ দদা যাদৱ বংশৰ ॥ ২
বেঢ়িল আমাক দেখা যৱন দুৰ্ব্বাৰ।
কিবা আজি কালি জৰাসন্ধ দেয় ধাৱ ॥
যৱনক যুঝন্তে মাগধ যেৱে আসে।
নেয় চোসে বাসে জোনো বংশকো বিনাশে ॥ ৩

হেন জানি সাজিবোহো দুর্গ দ্বাৰকাক ।
মনুষ্যে নপাৰে যেন তাক লঙ্ঘিবাক ॥
এহি বুলি সাগৰ মধ্যত দামোদৰ ।
বাৰ্হ প্ৰহৰৰ পথ নিৰ্ম্মিলা নগৰ ॥ ৪
বিশ্বকৰ্ম্মে শিল্প কৰ্ম্ম জানে যতমানে ।
দ্বাৰকাত সৱাকো দেখিয় বিদ্যমানে ॥
বিবিধ উদ্যান কল্পতৰু উপবন ।
দিব্য সৰোবৰ দীঘি দেখি বিতোপন ॥ ৫
আকাশ লঙ্ঘিয়া আছে গড়ৰ দুৱাৰ ।
স্ফটিক কপাট তাৰ পাশত সোণাৰ ॥
স্বৰ্ণ ৰঙ্গতে জ্বলে গৃহৰ আৰম্ভ ।
ফটিক আটাল মৰকত দিল তম্ভ ॥ ৬
স্বৰ্ণৰ ঘটচয় উপৰে প্ৰকাশে ।
বিচিত্ৰ পতাকা তাতে বতাসে উলাসে ॥
সুধৰ্ম্মা সভাক পঠাই দিল পুৰন্দৰ ।
যাত আৰোহিলে হোৱে অজৰ অমৰ ॥ ৭
বৰুণে পঠাইলা হয়চয় শুক্লবৰ্ণ ।
মনোজয় বেগ সৱে শ্যাম এক কৰ্ণ ॥
কুবেৰে পঠাইলা অষ্টনিধিৰ ভণ্ডাৰ ।
কি কহিবো মহিমা কৃষ্ণৰ দ্বাৰকাৰ ॥ ৮

দশ দিগপালৰ বিভৱ আছে যত।
সিবেলা সমস্তে আনি অৰ্পিলা কৃষ্ণত ॥
সেহি দ্বাৰকাক লাগি কৃষ্ণে অবিকলে।
মথুৰাৰ প্ৰজাক আনিলা যোগ বলে ॥ ৯

মথুৰাক আসি ৰামে সমে আলোচিলা।
সুগন্ধ পদ্মৰ মালা গলত পিন্ধিলা ॥
শুধা হাতে নগৰ দ্বাৰৰ ভৈলা বাজ।
যৱনক দেখাই চলি যান্ত যদুৰাজ ॥ ১০

মাধৱৰ জন্ম কৰ্ম্ম শুনা সৱে নৰে।
কলি যুগে নাহি গতি কীৰ্ত্তনত পৰে ॥
দুৰ্ল্লভ মনুষ্য জন্ম নকৰিয়ো বৃথা।
কৰা হৰি কীৰ্ত্তন এড়িয়া গ্ৰাম্য কথা ॥ ১১

কৃষ্ণৰ কিঙ্কৰে কহে শঙ্কৰে সম্প্ৰতি।
ইহ পৰলোকে হৰি চৰণেসে গতি ॥
গৈল প্ৰায় প্ৰাণ যেন সৱে আছা মৰি।
আন চিন্তা এড়ি ডাকি বোলা হৰি হৰি ॥ ১২

॥ দ্বিতীয় কীৰ্ত্তন ॥

ঘোষা ॥ মাধৱ মধু সূদন দেৱ
দাস উদ্ধাৰিয়া নিয়ো।
তুমি সি পৰম গুৰু নাৰায়ণ
মোক উপদেশ দিয়ো ॥ ২

পদ ॥ কালযৱনৰ আগে লীলা কৰি
চলি যান্ত হৃষীকেশ।
দেখিল যৱনে পাছে মাধৱৰ
পৰম সুন্দৰ বেশ ॥
শৰত কালত ভৈলন্ত উদিত
যেন পূৰ্ণিমাৰ চান্দ।
সুকুমাৰ শ্যাম তনু পীত বস্ত্ৰে
দেখিতে আতি সুছান্দ ॥ ১৩

সদায়ে ঈষত হাসি সুগুচয়
প্ৰফুল্ল মুখ কমলে।
নৱ পদ্ম সম আয়ত অৰুণ
লোচন যুগল জ্বলে ॥

শিৰত কিৰীটি প্ৰকাশে অমূল্য
ৰত্নগণে আছে গঢ়ি ।
নাসা তিল ফুল অধৰ ৰাতুল
দান্ত পান্তি কুন্দ কড়ি ॥ ১৪
কৰ্ণত মকৰ কুণ্ডল দোলয়
কপালে অলকা পান্তি ।
কম্বু কণ্ঠ মাজে কৌস্তুভ শোভয়
নৱ আদিত্যৰ কান্তি ॥
প্ৰলম্ব বৰ্ত্তুল স্থূল ভুজ চাৰি
কেয়ূৰ কঙ্কণে শোভে ।
গলে বনমালা আপাদ লম্বিত
ভ্ৰমৰ নছাড়ে লোভে ॥ ১৫
সুন্দৰ হৃদয়ে প্ৰকাশে শ্ৰীবৎস
কঙ্কালে মেখলা জ্বলে ।
কৰিকৰ সম উৰু নিৰুপম
নূপুৰ পদ কমলে ॥
সংসাৰ মোহন হেন ৰূপ দেখি
বোলয় কালযৱন ।
এহিগোট কৃষ্ণ জানিলো নাৰদে
কহিল যেন লক্ষণ ॥ ১৬

শুধা হাত ভৰি গতি চলি যায়
ময়ো যাও অস্ত্র এড়ি।
এহি বুলি উঠি ধাইলেক যৱনে
ৰহ বুলি পাৰে গেড়ি॥
জ্ঞানীগণে যাক ধ্যানতো নেদেখে
খেদে হেন মাধৱক।
হাতে পাৰে হেন দেখাই আপুনাক
নিলন্ত তাক দূৰক॥ ১৭

পাছত যৱনে আক্ষেপ কৰয়
যদু কুলে ভৈলি যাত।
পলায়ন ধৰ্ম্ম নুহিকে উচিত
পালটি আমাক মাত॥
এতেক বোলন্তে গিৰি গহ্বৰত
পশিলন্ত নাৰায়ণ।
পাছত যৱনে পশিয়া দেখয়
সুতি আছে একজন॥ ১৮
আমাক দূৰক আনিয়া শয়ন
কৰিলি যেন সজ্জনে।
কৃষ্ণ হেন মানি মাৰিলেক লাথি
দুৰ্জ্জন কালযৱনে॥

শিৰত কিৰীটি প্ৰকাশে অমূল্য
ৰত্নগণে আছে গঢ়ি ।
নাসা তিল ফুল অধৰ বাতুল
দান্ত পান্তি কুন্দ কড়ি ॥ ১৪
কৰ্ণত মকৰ কুণ্ডল দোলয়
কপালে অলকা পান্তি ।
কম্বু কণ্ঠ মাজে কৌস্তুভ শোভয়
নৱ আদিত্যৰ কান্তি ॥
প্ৰলম্ব বৰ্ত্তুল স্থূল ভুজ চাৰি
কেয়ূৰ কঙ্কণে শোভে ।
গলে বনমালা আপাদ লম্বিত
ভ্ৰমৰ নছাড়ে লোভে ॥ ১৫
সুন্দৰ হৃদয়ে প্ৰকাশে শ্ৰীবৎস
কঙ্কালে মেখলা জ্বলে ।
কৰিকৰ সম উৰু নিৰুপম
নূপুৰ পদ কমলে ॥
সংসাৰ মোহন হেন ৰূপ দেখি
বোলয় কালযৱন ।
এহিগোট কৃষ্ণ জানিলো নাৰদে
কহিল যেন লক্ষণ ॥ ১৬

শুধা হাত ভৰি গতি চলি যায়
ময়ো যাও অস্ত্র এড়ি ।
এহি বুলি উঠি ধাইলেক যৱনে
ৰহ বুলি পাৰে গেড়ি ॥
জ্ঞানীগণে যাক ধ্যানতো নেদেখে
খেদে হেন মাধৱক ।
হাতে পাৱে হেন দেখাই আপুনাক
নিলন্ত তাক দূৰক ॥ ১৭

পাছত যৱনে আক্ষেপ কৰয়
যদু কুলে ভৈলি যাত ।
পলায়ন ধৰ্ম্ম নুহিকে উচিত
পালটি আমাক মাত ॥
এতেক বোলন্তে গিৰি গহ্বৰত
পশিলন্ত নাৰায়ণ ।
পাছত যৱনে পশিয়া দেখয়
সুতি আছে একজন ॥ ১৮

আমাক দূৰক আনিয়া শয়ন
কৰিলি যেন সজ্জনে ।
কৃষ্ণ হেন মানি মাৰিলেক লাথি
দুৰ্জ্জন কালযৱনে ॥

চিৰকাল স্থতি আছে মুচুকুন্দ
উঠিয়া বসিল জাগি।
কিছো কিছো কৰি চক্ষু মেলি চাইল
চাৰিও দিশক লাগি॥ ১৯
যৱনক পাছে আগত দেখিয়া
ক্ৰোধ দৃষ্টি কৰি চাইল।
তেতিক্ষণে তাৰ শৰীৰত লাগি
অগনি কুণ্ড উধাইল॥
ক্ষেণেকতে ভস্ম ভৈ গৈল যৱন
আপুন গাৱৰ জুই।
পৰীক্ষিত ৰাজা শুকত সোধন্ত
অতি অদভুত হুই॥ ২০
সিটো কোন জন যৱনক যিটো
ভস্ম কৰিলেক তথা।
কিহেতু স্থতিয়া আছে কিবা নাম
কহিয়ো আমাত কথা॥
কৃষ্ণৰ কিঙ্কৰে ভণিলা শঙ্কৰে
শুনা সৱে সভাসদে।
আন চিন্তা এড়ি ডাকি বোলা হৰি
বৈকুণ্ঠে যাইবাৰ পদে॥ ২১

॥ কালযৱন বধ সমাপ্ত॥

# ॥ মুচুকুন্দ স্তুতি ॥

## ॥ প্ৰথম কীৰ্ত্তন ॥

ঘোষা ॥ ৰামক নাম আতি অনুপাম।
ৰামক নাম ৰামক নাম ॥ ১

পদ ॥ ৰাজাত কহন্ত শুকে কথাক।
মান্ধাতাৰ পুত্ৰ জানিবা তাক ॥
ইক্ষ্বাকু কুলত ভৈলন্ত জাত।
মুচুকুন্দ নামে জগতে খ্যাত ॥ ১

অসুৰত ভয়ে দেৱতা ঝাক।
ৰাজাক বোলন্ত ৰাখা আমাক ॥
নৃপতি পাছে ভৈলা স্বৰ্গ পাল।
ৰাখিলা ত্ৰিদশক চিৰকাল ॥ ২

আৰে সেনাপতি কাৰ্ত্তিক ভৈলা।
ৰাজাক দেৱে বুলিবাক লৈলা ॥
আৰে মুচুকুন্দ কৰা বিশ্ৰাম।
কৰিলা আমাৰ দুষ্কৰ কাম ॥ ৩

সমস্তে ৰাজ ভোগ পৰিহৰি।
ৰাখিলা আমাক নিদ্ৰাক এড়ি ॥
তোমাৰ আৰে পুত্ৰ পত্নীগণ।
জ্ঞাতি মিত্ৰ আৰু সেৱক জন ॥ ৪
পৃথিৱীত কেহো নাহিকে ভালে।
সবাকো সংহৰি নিলেক কালে ॥
মোক্ষ ব্যতিৰেকে লৈয়োক বৰ।
বিষ্ণুসে মোক্ষৰ হোন্ত ঈশ্বৰ ॥ ৫
বুলিলা দেৱক ৰাজা প্ৰণামি।
নলাগে বৰ নিদ্ৰা কৰো আমি ॥
বোলন্ত এহি হোক দেৱগণে।
নিদ্ৰাত জগাৱে আসি যিজনে ॥ ৬
হুইবেক ভস্ম তযু দৰশনে।
মৰিল যৱন এহি কাৰণে ॥
পাছে মাধৱে কৰি অল্প হাসি।
নৃপতিক দেখা দিলন্ত আসি ॥ ৭
ৰাজা মুচুকুন্দে কৃষ্ণক দেখি।
পৰম বিস্ময়ে চান্ত নিৰেখি ॥
উদিত চন্দ্ৰৰ যেন প্ৰকাশ।
শ্যামল দেহে শোভে পীত বাস ॥ ৮

শ্ৰীবৎস পান্তি শোভে বক্ষঃস্থলে ।
সূৰ্য্য সম জ্বলে কৌস্তুভ গলে ॥
কৰ্ণত মকৰ দোলে কুণ্ডল ।
পদ্ম সম শোভে মুখ মণ্ডল ॥ ৯
অৰুণ লোচন পঙ্কজ পাসি ।
সুগুচে সদা মুখে অল্প হাসি ॥
দশন পান্তি মুকুতাৰ সাৰি ।
প্ৰলম্ব থূল জ্বলে ভুজ চাৰি ॥ ১০
প্ৰকাশে কণ্ঠত পদ্মৰ মালা ।
কটিত ৰত্নৰ শোভে মেখলা ॥
পদ যুগ যেন পঙ্কজ কোষ ।
শুনি সুৱৰ্ণৰ নূপুৰ ঘোষ ॥ ১১
ত্ৰৈলোক্যত ৰূপে নাহিকে সম ।
মৃগেন্দ্ৰৰ যেন লীলা বিক্ৰম ॥
শৰীৰৰ জোতি লাগি আখিত ।
দেখি মুচুকুন্দ ভৈল শঙ্কিত ॥ ১২
কৃষ্ণৰ কিঙ্কৰ শঙ্কৰে ভণে ।
কৃষ্ণ কথা শুনা সমস্ত জনে ॥
কৰিয়ো কীৰ্ত্তন আলাস এড়ি ।
বোলা হৰি হৰি সমাজে বেঢ়ি ॥ ১৩

॥ দ্বিতীয় কীৰ্ত্তন ॥

ঘোষা ॥ ৰাম ৰাম গোৱিন্দ ।
ত্ৰাহি হৰি মুকুন্দ ॥ ২

পদ ॥ পাছে মুচুকুন্দ ৰায় ।
সোধে মাধৱক চাই ॥
কোন তুমি থাকা কৈত ।
কি কাৰ্য্যে ভ্ৰমিছা ঐত ॥ ১৪

পদ্ম পত্ৰ সম ভৰি ।
কণ্টকত কেন কৰি ॥
ফুৰা গিৰি গহ্বৰত ।
নুবুঝো তোমাৰ মত ॥ ১৫

কিবা ইন্দ্ৰ সূৰ্য্য শশী ।
মূৰ্ত্তি ধৰি আছা আসি ॥
ব্ৰহ্মা বিষ্ণু ত্ৰিনয়ন ।
তাসম্বাৰ একজন ॥ ১৬

আসি আছা তুমি স্বামী ।
মূৰ্ত্তি দেখি বোলো আমি ॥
জন্ম কৰ্ম্ম গোত্ৰ নাম ।
কৈয়ো যদি আছে কাম । ১৭

আমাৰো শুনিয়ো কথা।
ইক্ষ্বাকু বংশত তথা ॥
মান্ধাতাত ভৈলো জাত।
মুচুকুন্দ নামে খ্যাত ॥ ১৮
উজাগৰে শ্রান্ত হুয়া।
গহ্বৰত আছো শুয়া ॥
মোক জগাই কোনজনে।
ভস্ম ভৈল তাৰক্ষণে ॥ ১৯
তোমাক দেখিলো পাছে।
দেহা প্রকাশন্তে আছে ॥
তোমাৰ দুঃসহ জোতি।
নিষ্প্রভ কৰিলে আতি ॥ ২০
দেখি মহা চমৎকাৰ।
সুধিবে নপাৰো আৰ ॥
এহি বুলি মৌন ভৈলা।
মাধৱে কহিবে লৈলা ॥ ২১
মোৰ জন্ম কৰ্ম্ম যত।
কোনে কহি পাৰে অন্ত ॥
তথাপিতো নৃপবৰ।
শুনা কথা ইজন্মৰ ॥ ২২

কৃষ্ণৰ কিঙ্কৰে ভণে।
শুনিয়োক সৰ্ব্ব জনে ॥
সমস্ত সমাজে ঢাকি।
হৰি হৰি বোলা ডাকি ॥ ২৮

॥ তৃতীয় কীৰ্ত্তন ॥

ঘোষা । ও হৰি নমো নাৰায়ণ
চৰণে মাগো তৰণ উপায়।
তোমাৰ ভকতি বিনে বাসুদেৱ
বৃথা আয়ু বহি যায় ॥ ৩

পদ ॥ পাচে মুচুকুন্দে কৃষ্ণক জানিল
গৰ্গৰ বাক্য সুমৰি।
পড়ি স্তুতি আতি কৰিবে লাগিল
চৰণে প্ৰণাম কৰি ॥
মায়ায়ে মোহিত হুয়া যিটো জন
নভজে প্ৰভু তোমাক।
সুখক আশায়ে গৃহবাসে থাকে
দৈৱে বঞ্চিলেক তাক ॥ ২৯

ভাৰতে দুৰ্ল্লভ নৰ দেহা পায়া
নভজে তোমাৰ পাৱ ।
গৃহ অন্ধকূপে পড়িয়া থাকয়
পশুৰ হেন স্বভাৱ ॥
ৰাজ্যশ্ৰী মদে ভৈলোহো প্ৰমত্ত
দেহে আত্মা বুদ্ধি ভৈল ।
পুত্ৰ দাৰা ধন আহাৰ চিন্তায়ে
বিফলে জনম গৈল ॥ ৩০
গৃহ ঘট সম দেহাত নৃপতি
বোলাও কৰি চটি মতি ।
তোমাকে নগণি হয় হস্তী ৰথে
পৃথিৱী ফুৰো পৰ্য্যটি ॥
বিষয় চিন্তায় পৰম প্ৰমত্ত
থাকে মহামোহ দৰ্পে ।
তুমি অপ্ৰমত্ত হেলে মাৰা তাক
এন্দুৰক যেন সৰ্পে ॥ ৩১
স্বৰ্ণৰ ৰথে যিটো হস্তী কন্ধে
ফুৰয় ৰাজা বোলাই ।
কালে প্ৰাণ গৈলে সেহিতো শৰীৰে
হোৱে বিষ্ঠা পলু ছাই ॥

যিটো সার্ব্বভৌম সিংহাসনে থাকে
সামৰাজে সেৱা কৰে।
স্ত্রীৰ অধীন হুয়া সিটো প্রভু
গৃহতে থাকিয়া মৰে ॥ ৩২

তুনাই ইন্দ্র হৈবো বুলিয়া অনেক
কৰি কায় ক্লেশ দুঃখ।
সিটো অভিলাষ ব্যৰ্থ হোৱে তাৰ
কহিতো নাহিকে সুখ ॥

যাহাৰ সংসাৰ গুচিবেক তাৰ
মিলয় সাধু সঙ্গতি।
যেৱে সাধু সঙ্গ ভৈল তেৱে প্রভু
তোমাত উপজে মতি ॥ ৩৩

কিনো অনুগ্রহ কৰিলা মাধৱ
গুচাই মোৰ ৰাজ্য ভাৰ।
মহা জ্ঞানীগণে আকেসে বাঞ্ছয়
মনত বিৰেক যাৰ ॥

নবাঞ্ছোহো আন মাধৱ তোমাৰ
চৰণ সেৱাত পৰে ॥
মুকুতি দাতাক আৰাধি খুজিবে
আন বৰ কোন নৰে ॥ ৩৪

হেন জানি প্ৰভু যত দুঃখ ভোগ
দূৰতে তেজিয়া থৈলো।
পৰম পুৰুষ তোমাৰ চৰণে
সদায়ে শৰণ লৈলো॥
সংসাৰ চক্ৰত চিৰকাল ভ্ৰমো
তোমাত নভৈল বোধ।
একোৱে প্ৰকাৰে সুখ শান্তি নাই
নিজিনিলো কাম ক্ৰোধ॥ ৩৫
প্ৰণত পালক তোমাৰ চৰণে
লৈলোহো আৱে শৰণ।
ভয় শোক মৃত্যু গুচয় যিমতে
ৰক্ষা কৰা নাৰায়ণ॥
হেন স্তুতি ক'ৰ মুচুকুন্দ ৰাজা
কৃষ্ণক প্ৰণামি আছে।
প্ৰণত পালক দেৱ সনাতন
ৰাজাক মাতিলা পাছে॥ ৩৬
ভণিলা শঙ্কৰে শুনা সৰ্ব্ব নৰে
নকৰিয়ো জন্ম বৃথা।
শ্ৰৱণতে সুখে মোক্ষ পদ পায়
শুনা হেন কৃষ্ণ কথা॥

হৰিৰ কীৰ্ত্তন কৰিয়া পাপৰ
মুণ্ডত মাৰিয়ো বাড়ি।
আন কাম এড়ি বোলা হৰি হৰি
পলাওক পাতক ছাড়ি॥ ৩৭

॥ চতুৰ্থ কীৰ্ত্তন॥

ঘোষা॥ মন ৰাম বোল ৰাম বোল বোল ৰাম।
চিন্ত চিত্তে চতুৰ্ভুজ চতুৰ্ভুজ হৰি॥ ৪

পদ॥ মাধৱে বোলন্ত শুনা মুচুকুন্দ ৰায়।
তোমাৰ নিৰ্ম্মল মতি ভৈল সমুদায়॥
প্ৰলোভিলো বৰ লৰা বুলি বাৰম্বাৰ।
তথাপিতো কিছু বাঞ্ছা নভৈল তোমাৰ॥ ৩৮
বৰ দিবে চাহিলো তোমাক দায়া পদে।
ভকতক লঙ্ঘিবাক নপাৰে শ্ৰী মদে॥
যোগক অভ্যাসে যিটো ভকতিক এড়ে।
তাহাৰেসে মন দুনাই বিষয়ত পড়ে॥ ৩৯
মোত চিত্ত দিয়া পৰ্য্যটিয়ো বসুমতী।
তোমাৰ আমাত আছে একান্ত ভকতি॥
ক্ষত্ৰিয়ৰ ধৰ্ম্মত থাকিয়া নৃপবৰ।
কৰি আছা বধ তুমি জন্তু বহুতৰ॥ ৪০

শ্ৰৱণে কীৰ্ত্তনে মোক কৰিয়া আশ্ৰয় ।
তপ কৰি এৱে সিটো পাপ কৰা ক্ষয় ॥
আউৰ জন্মত তুমি হুইবা দ্বিজবৰ ।
মোক পাইবা আসি ৰাজ্য তেজি কলেৱৰ ॥ ৪১
পূৰ্ব্বতো অনেক যজ্ঞে যজ্যি আছা মোক ।
মঞি ৰক্ষা কৰিবো নিৰ্ভয়ে চলিয়োক ॥
হেন অনুগ্ৰহ আজ্ঞা পায়া মাধৱৰ ।
কৰিলা কৃষ্ণক প্ৰদক্ষিণ নৃপবৰ ॥ ৪২
চৰণে প্ৰণামি ৰাজ ভৈলা গহ্বৰৰ ।
দেখে ক্ষুদ্ৰ ভৈল সৱে বৃক্ষ পশু নৰ ॥
পাইল কলি যুগে আসি মানি মহাৰথ ।
ধৰিলন্ত উত্তৰ দিশক লাগি পথ ॥ ৪৩
ভৈলন্ত নিঃশঙ্ক তপ আচৰিবে মনে ।
কৰিলা একান্ত চিত্ত কৃষ্ণৰ চৰণে ॥
বদৰিকাশ্ৰমে গৈয়া ধৰিয়া সমাধি ।
থাকিলন্ত মুচুকুন্দ কৃষ্ণক আৰাধি ॥ ৪৪
পাছে হৃনাই আসিয়া মাধৱ মথুৰাক ।
মাৰিলন্ত তিনি কোটি যৱন সেনাক ॥
তাৰ ধনমানে সৱে বলদ যোড়াইল ।
দ্বাৰকাত নিয়া যদু ৰাজাত যোগাইল ॥ ৪৫

তেইশ অক্ষৌহিণী সেনা সাজিয়া প্রবন্ধে।
সেহি সময়তে খেদি পাইলা জৰাসন্ধে॥
পৰম আটোপে মহাকোপে আসে ধাই।
দেখি লড় দিলা ৰাম কৃষ্ণ দুয়ো ভাই॥ ৪৬
মনুষ্য চেষ্টাক দেখাই যেন ভয়াতুৰ।
ভৰি গতি দুয়ো পলাই গৈলা বহুদূৰ॥
হেন দেখি ৰঙ্গে আসি মাগধ নিষ্‌খলে।
ধৰ বুলি পাছে পাছে খেদে সমদলে॥ ৪৭
পলাইবে নপাৰি যেন ৰাম দামোদৰে।
আৰোহিলা পৰ্ব্বতৰ উচ্ছ্ৰিত শিখৰে॥
পৰ্ব্বতক বেড়িয়া সসৈন্যে জৰাসন্ধে।
লগাইলেক জুই তাত অনেক প্ৰবন্ধে॥ ৪৮
এঘাৰ যোজন সিটো পৰ্ব্বত উচ্ছ্ৰিত।
তাৰপৰা ডেৰে দুয়ো পড়িলা ভূমিত॥
নলক্ষিলে কেৰে শত্ৰু সেনা তাসম্বাক
ৰঙ্গে ৰাম কৃষ্ণ দুয়ো গৈলা দ্বাৰকাক॥ ৪৯
দগ্ধ ভৈলা ৰাম কৃষ্ণ মানি মহাবলী।
জৰাসন্ধো সসৈন্যে দেশক গৈলা চলি॥
নজানয় ঈশ্বৰৰ বলৰ প্ৰমাণ।
শত্ৰু বুদ্ধি দেখে সিটো পৰম অজ্ঞান॥ ৫০

কৃষ্ণৰ কিঙ্কৰে গীত ভণিল শঙ্কৰে।
কৃষ্ণৰ কীৰ্ত্তন নছাড়িবা কোন নৰে॥
পাপ সাগৰত ইসে কৰিবে উদ্ধাৰ।
বোলা হৰি হৰি হোক পুৰুষ উদ্ধাৰ॥ ৫৯

॥ মুচকুন্দ স্তুতি সমাপ্ত॥

# ।। স্যমন্তক হৰণ ।।

## ॥ প্ৰথম কীৰ্ত্তন ॥

ঘোষা ॥ ভাই মুখে বোলা ৰাম হৃদয়ে ধৰা ৰূপ ।
এতেকে মুকুতি পাইবা কহিলো স্বৰূপ ।। ১

পদ ॥ শুক মুনি বোলন্ত শুনিয়ো পৰীক্ষিত ।
কৃষ্ণক কলঙ্ক দিয়া ডৰি সত্ৰাজিত ॥
আপুনাৰ কন্যা আনি দিলন্ত কৃষ্ণক ।
স্যমন্তক মণি দিলা লগত যৌতুক ।। ১৲

শুকত সোধন্ত পুনাই ৰাজা পৰীক্ষিত ।
দিলা কিবা কলঙ্ক কৃষ্ণক সত্ৰাজিত ॥
কৈত পাইলো স্যমন্তক মণি মহাৰত্ন ।
কিহেতু কৃষ্ণক কন্যা দিলা কৰি যত্ন ॥ ২

শুক নিগদতি শুনিয়োক পৰীক্ষিত ।
সূৰ্য্যৰ পৰম ভক্ত সখা সত্ৰাজিত ।।
তুষ্ট হুয়া সূৰ্য্যে স্যমন্তক তাঙ্ক দিলা ।
সত্ৰাজিতে মহামণি কণ্ঠত পিন্ধিলা ॥ ৩

সূৰ্য্যে যেন প্ৰকাশিয়া আসে দ্বাৰকাক।
ৰশ্মিয়ে চক্ষুক পীড়ে দেখি প্ৰজা ঝাক ॥
আসন্ত আদিত্য বুলি মনত শঙ্কিয়া।
কৃষ্ণৰ পাশক সৰে যায় লৰড়িয়া ॥ ৪

সভাত খেলন্ত পাশা প্ৰভু পীতাম্বৰ।
আথে বেথে দেয় জান প্ৰজ্ঞা নিৰন্তৰ ॥
নমো নাৰায়ণ শঙ্খ চক্ৰ গদাধৰ।
অৰবিন্দ লোচন গোবিন্দ দামোদৰ ॥ ৫

তোমাক দেখিবে লাগি ত্ৰিজগত পতি।
আসন্ত আদিত্য হেৰা দেখিয়ো সম্প্ৰতি ॥
সবাৰো চক্ষুক পীড়ি আসে ৰশ্মি জালে।
তোমাক অন্বেষ কৰে দশোদিগ পালে ॥ ৬

পুৰাণ পুৰুষ তুমি সনাতন হৰি।
যদু কুলে অৱতৰি আছা ছদ্ম কৰি ॥
তাতেসে আসন্ত সূৰ্য্যে দেখিবে তোমাক।
বোলা হৰি হৰি উদ্ধাৰিয়ো আপুনাক ॥ ৭

। দ্বিতীয় কীৰ্ত্তন ॥

ঘোষা ॥ গোপাল গোৱিন্দ যদু নন্দন।
কৃষ্ণৰ চৰণে লৈলো শৰণ ॥ ২

পদ ॥ শুনিয়া হাসি চাইলা চক্ৰপাণি।
নোহন্ত আদিত্য বুলিলা বাণী ॥
মণিৰ ৰশ্মি হুয়া প্ৰকাশিত।
গৃহক লাগি আসে সত্ৰাজিত ॥ ৮

সত্ৰাজিত পাছে গৃহক আইলা।
অনেক মাঙ্গল্য বাদ্য বজাইলা ॥
দেৱৰ গৃহে পশি প্ৰণিপাতে।
নিৱেদিল মণি বিপ্ৰৰ হাতে ॥ ৯

মণিৰ মহিমা কি কৈবো আৰ।
সুৱৰ্ণ নিতে স্ৰৱে অষ্ট ভাৰ ॥
যিথানে থাকে সিটো স্যমন্তক
নাহিকে দুৰ্ভিক্ষ মাৰি মৰক ॥ ১০

নাহিকে ব্যাধি ব্যাঘ্ৰ সৰ্প ভয়।
একো উপসৰ্গ নুপজে তয় ॥
দিনেক মণি খুজিলন্ত হৰি।
নিদিলা সত্ৰাজিতে গহ কৰি ॥ ১১

প্ৰসেন নামে তাৰ ভ্ৰাতৃ আছে।
কণ্ঠত মণিক পিন্ধিয়া পাছে ॥
ঘোড়াত চড়ি মহাৰঙ্গ মনে।
মৃগক মাৰি ফুৰে বিজু বনে ॥ ১২

দেখি সিংহে তাক নখে বিদাৰি।
ঘোড়ায়ে সহিতে পেলাইলা মাৰি ॥
কণ্ঠৰ মণিক ছিণ্ডিয়া লই।
চড়িলা গিৰি শৃঙ্গে সিংহ গই ॥ ১৩

দেখি জাম্বৱন্ত বীৰ বিড়িঙ্গ।
লৈলন্ত মণিক মাৰিয়া সিংহ ॥
স্যমন্তক মণি গৰ্ত্তক নিলা।
উমলাইবে লাগি শিশুক দিলা ॥ ১৪

বিচিত্ৰ মণিগোট ধৰি ধাই।
বাটত শিশু ফুৰে উমলাই ॥
কৃষ্ণৰ কিঙ্কৰে কহে শঙ্কৰে।
বোলা হৰি হৰি সমস্ত নৰে ॥ ১৫

॥ তৃতীয় কীৰ্ত্তন ॥

ঘোষা ॥ বনমালী জগমোহন ৰাম ।
সুখে দুখে মুখে জোনো ছাড়ো ৰাম নাম ॥ ৩

পদ ॥ ভ্ৰাতৃক নেদেখি অনন্তৰে সত্ৰাজিত ।
মহাশোকে ক্ৰন্দন কৰিল বিপৰীত ॥
স্যমন্তক পিন্ধি গৈল বনক ভৈয়াই ।
জানিলো মাৰিলে কৃষ্ণে নিৰ্জ্জনত পাই ॥ ১৬

খুজি নপাই ভাইক মাৰি কৃষ্ণে নিল মণি ।
শুনি সৰ্ব্বলোকে আকে কৰে কণা কণি ॥
বেকত নকৰে কেহো মাধৱক ডৰে ।
পাইলেক কলঙ্ক মোক জানি দামোদৰে ॥ ১৭

কিমতে দুৰ্যশ গুচো গুণি ভগৱন্ত ।
লগে লৈয়া নগৰীয়া সেনা অপৰ্য্যন্ত ॥
প্ৰসেনৰ পথে চলি যান্ত বনমালী ।
প্ৰবন্ধে ঘোড়াৰ সিটো খোজক নিহালি ॥ ১৮

কতো দূৰে গৈয়া পাছে দেখিল মহীত ।
প্ৰসেন পড়িয়া আছে ঘোড়ায়ে সহিত ॥
সিংহে মাৰি মণি নিলে জানি বনমালী ।
উঠিলা পৰ্ব্বতে তাৰ খোজক নিহালি ॥ ১৯

প্ৰসেন নামে তাৰ ভ্ৰাতৃ আছে ।
কণ্ঠত মণিক পিন্ধিয়া পাছে ॥
ঘোড়াত চড়ি মহাৰঙ্গ মনে ।
মৃগক মাৰি ফুৰে বিজু বনে ॥ ১২

দেখি সিংহে তাক নখে বিদাৰি ।
ঘোড়ায়ে সহিতে পেলাইলা মাৰি ॥
কণ্ঠৰ মণিক ছিণ্ডিয়া লই ।
চড়িলা গিৰি শৃঙ্গে সিংহ গই ॥ ১৩

দেখি জাম্বৱন্ত বীৰ বিড়িঙ্গ ।
লৈলন্ত মণিক মাৰিয়া সিংহ ॥
স্যমন্তক মণি গৰ্ত্তক নিলা ।
উমলাইবে লাগি শিশুক দিলা ॥ ১৪

বিচিত্ৰ মণিগোট ধৰি ধাই ।
বাটত শিশু ফুৰে উমলাই ॥
কৃষ্ণৰ কিঙ্কৰে কহে শঙ্কৰে ।
বোলা হৰি হৰি সমস্ত নৰে ॥ ১৫

## ॥ তৃতীয় কীৰ্ত্তন ॥

ঘোষা ॥ বনমালী জগমোহন ৰাম ।
সুখে দুখে মুখে জোনো ছাড়ো ৰাম নাম ॥ ৩

পদ ॥ ভ্ৰাতৃক নেদেখি অনন্তৰে সত্ৰাজিত ।
মহাশোকে ক্ৰন্দন কৰিল বিপৰীত ॥
স্যমন্তক পিন্ধি গৈল বনক ভৈয়াই ।
জানিলো মাৰিলে কৃষ্ণে নিৰ্জ্জনত পাই ॥ ১৬

খুজি নপাই ভাইক মাৰি কৃষ্ণে নিল মণি ।
শুনি সৰ্ব্বলোকে আকে কৰে কণা কণি ॥
বেকত নকৰে কেহো মাধৱক ডৰে ।
পাইলেক কলঙ্ক মোক জানি দামোদৰে ॥ ১৭

কিমতে দুৰ্যশ গুচো গুণি ভগৱন্ত ।
লগে লৈয়া নগৰীয়া সেনা অপৰ্য্যন্ত ॥
প্ৰসেনৰ পথে চলি যান্ত বনমালী ।
প্ৰবন্ধে ঘোড়াৰ সিটো খোজক নিহালি ॥ ১৮

কতো দূৰে গৈয়া পাছে দেখিল মহীত ।
প্ৰসেন পড়িয়া আছে ঘোড়ায়ে সহিত ॥
সিংহে মাৰি মণি নিলে জানি বনমালী ।
উঠিলা পৰ্ব্বতে তাৰ খোজক নিহালি ॥ ১৯

মৰি পড়ি আছে সিংহ দেখিলা মুৰাৰি ।
জানিলো ভালুকে মণি নিলে আক্ষ মাৰি ॥
দেখি সৰ্ব্ব জন ভৈল মনত নিঃশঙ্ক ।
মিছাত পাইলন্ত কৃষ্ণে দাৰুণ কলঙ্ক ॥ ২০

খোজ গুড়ি ভালুকৰ গৰ্ত্ত পাইলা হৰি ।
ঘোৰ অন্ধকাৰে আছে গৰ্ত্তক আৱৰি ॥
দেখি সৱে সেনাগণ বাহিৰত থই ।
একেশ্বৰে গৰ্ত্তে কৃষ্ণ প্ৰৱেশিলা গই ॥ ২১

তথাত মণিক কৃষ্ণে দেখিলন্ত পাছে ।
হাতে লৈয়া ধাই শিশু উমলান্তে আছে ॥
কাঢ়ি লৈবে লাগি হৰি সমীপ চাপিলা ।
হেন দেখি ভয়ে ধাই ধাউ গেড়ি দিয়া । ২২

কোথাৰ মনুষ্যগোটে মণি নেয় হৰি ।
আৰে ঋক্ষৰাজ লাগ লোৱা ঝাণ্ট কৰি ॥
এহি বুলি ধাই আতি কৰে আৰ্ত্তনাদ ।
বোলা হৰি হৰি ছাড়া বিষয় বিষাদ ॥ ২৩

॥ চতুৰ্থ কীৰ্ত্তন ॥

ঘোষা ॥ ৰাম কৃষ্ণ কৃপাল।
ত্ৰাহি হৰি গোপাল ॥ ৪

পদ ॥ হেন শুনি জাম্বৱন্ত।
ধাইলা মহা বলৱন্ত ॥
নিচিনি স্বামীক পাছে।
ধৰিলন্ত যুদ্ধ কাছে ॥ ২৪

সামান্য মনুষ্য বুলি।
মহাক্রোধে গৈলা জ্বলি ॥
নজানি প্ৰভাৱ আতি।
লগাইলেক হতা হতি ॥ ২৫

দুয়ো হুয়া মহাক্ৰুদ্ধ।
লগাইলেক ঘোৰ যুদ্ধ ॥
দুয়ো মাতঙ্গৰ লীলা।
বৰিষে পৰ্ব্বত শিলা ॥ ২৬

কতো বেলি হানে গাছ।
কতো কোপে চাপি কাছ ॥
যুঝিলন্ত মাল বান্ধে।
ধৰি ভৰি ভৰি ছান্দে ॥ ২৭

দুইকো দুইৰো নাহি তুষ্টি ।
হানে বজ্র সহ মুষ্টি ॥
মাংসৰ কাৰণে যেন ।
যুঝন্ত দুইগোটা শেন ॥ ২৮

কেহো বলে নুহি ক্ষীণ ।
যুঝন্ত আঠাইশ দিন ॥
কৃষ্ণৰ প্ৰহাৰ পাই ।
পাছে মহা ঋক্ষৰায় ॥ ২৯

শ্ৰান্ত ভৈলা মহা দুঃখে ।
নিশ্বাস বজাইলা মুখে ॥
ভাগে যেন কটি কান্ধ ।
শৰীৰৰ ছিণ্ডে বান্ধ ॥ ৩০

গোড়ে ঘৰ্ম্ম যায় বহি ।
ক্ষেণেকে তম্ভিলা ৰহি ॥
সমস্ত সমাজে চাহি
হৰি হা . বোলা ডাকি ॥ ৩১

॥ পঞ্চম কীৰ্ত্তন ॥

ঘোষা ॥ ত্ৰাহি দেৱ দামোদৰ যাদৱানন্দ
দীন দায়াশীল স্বামী।
কাৰাহা নিস্তাৰ তোমাৰ চৰণে
শৰণ পশিলো আমি ॥ ৫

পদ ॥ কৃষ্ণৰ বিক্ৰম দেখি ঋক্ষৰাজ
পৰম বিস্ময় মনে।
স্বামী হেন জানি বুলিবে লাগিলা
প্ৰণামি কৃষ্ণ চৰণে ॥

জানিলো তোমাক জগত ঈশ্বৰ
তুমি সনাতন হৰি।
সমস্ত ভূতৰ তুমি প্ৰাণ বল
জগতকে আছা ধৰি ॥ ২২

স্ৰষ্টাৰো স্ৰষ্টা তুমি সৰ্ব্ব দ্ৰষ্টা
উদ্ধাৰি ধৰিলা ভূমি।
জীৱন নিয়ন্তা পৰম আতমা
মৃত্যুৰো অন্তক তুমি ॥

জানিলো তুমিসি সেহি ৰঘুনাথ
যিটো ইষ্টদেৱ মোৰ।

সীতাৰ সন্তাপে জগতৰ বাপে
কৰিলা পয়াণ ঘোৰ ॥ ৩৩

যাৰ মহাক্রোধে কটাক্ষতে গ্রাহে
সাগৰ কহ্লোল কৰে।
লঙ্কাক লাগিয়া মাঝে বাট দিল
ডৰিয়া আতি সাগৰে ॥

জানকীৰ হেতু বান্ধিলাহা সেতু
দহিলা লঙ্কা নগৰী।
ৰাৱণৰ মাথ কাটিলাহা নাথ
আনিলা সীতা উদ্ধাৰি ॥ ৩৪

আগে নিচিনিলো এৰেসে জানিলো
তেন্তে তুমি ছিৰীৰাম।
অজ্ঞানীক মোক প্রভু ক্ষমিয়োক
চৰণে কৰো প্রণাম ॥

এতেক বুলিয়া নমি জাম্বৱন্তে
আছে কৃতাঞ্জলি কৰি।
শুনা সৰ্ব্ব জন নেড়িবা কীৰ্ত্তন
ডাকি বোলা হৰি হৰি ॥ ৩৫

## ॥ ষষ্ঠ কীৰ্ত্তন ॥

ঘোষা ॥ হৰিৰ চৰণ চিন্তিয়ো চিত্ত হৃদয়ে সৰ্ব্বথা।
মুখে ৰাম বোলা কৰ্ণে শুনা কৃষ্ণ কথা ॥ ৬

পদ ॥ হেন স্তুতি বাণী শুনি দৈৱকী তনয়।
চাইলা দায়া দৃষ্টি ভকতক কৃপাময় ॥
মাৰ্জিলা অমৃত হাতে সমস্তে শৰীৰ।
ভৈলন্ত নিৰুজ জাম্বৱন্ত মহাবীৰ ॥ ৩৬

মেঘৰ গম্ভীৰ ধ্বনি দিলা সন্নিধান।
মণি হেতু ঋক্ষৰাজ আইলো তযু স্থান ॥
তুমি আনি আছা মহামণি স্যমন্তক।
মিছাত সমস্তে দেয় কলঙ্ক আম্মাক ॥ ৩৭

পৰম ভকত তুমি জানোহো তোম্মাক।
দিয়া মণি মোক মঞি নেও দ্বাৰকাক ॥
গুচোক দুৰ্যশ দেখাও লোকত প্ৰত্যয়।
শুনি আনন্দিত জাম্বৱন্ত মহাশয় ॥ ৩৮

তানে কন্যাৰত্ন আছে নামে জাম্বৱতী।
কৃষ্ণক বিবাহ দিলা ৰঙ্গে ঋক্ষপতি ॥
লগত যৌতুক আনি দিলন্ত স্যমন্ত।
পৰম আনন্দ দেখি ভৈলা ভগৱন্ত ॥ ৩৯

গৰ্ত্তৰ বাজত যত প্ৰজা আছে ৰহি।
কৃষ্ণক চাহন্তে বাৰ দিন গৈল বহি ॥
নাসিবাৰ দেখি ভৈলা পৰম দুঃখিত।
নিৰৰ্ত্তিয়া জান দিলা দ্বাৰকাপুৰীত ॥ ৪০

গৰ্ত্তত পশিলা মণি হেতু যদুৰাই।
বাৰ দিন তথাতে আছিলো বাট চাই ॥
উলটি নাসিল কৃষ্ণ কিবা আথান্তৰ।
বোলা হৰি হৰি তৰা সংসাৰ সাগৰ ॥ ৪১

॥ সপ্তম কীৰ্ত্তন ॥

ঘোষা ॥ ত্ৰাহি যদু নন্দন দেৱ।
পাৱে পৰি মাগিো কৰো সেৱা ॥ ৭

পদ ॥ বসুদেৱে হেন শুনি।
তবধ ভৈলন্ত গুণি ॥
ৰুক্মিণী মূৰ্চ্ছিতা আতি।
কান্দন্ত দৈৱকী সতী ॥ ৪২

শোকে যায় প্ৰাণ ফুটি।
ভূমিত পাৰন্ত লুটি ॥
পুত্ৰ হৰুৱাও জোনো।
শ্যামল সুন্দৰ তনু ॥ ৪৩

পীত বস্ত্রে শোভে কায়।
মেঘত বিজুলী প্রায় ॥
মুখ চন্দ্রো নুহি সৰি।
কমল লোচন হৰি ॥ ৪৪

কর্ণত কুণ্ডল দোলে।
বনমালা জ্বলে গলে ॥
ভ্রমৰে নছাড়ে লোভে।
শিৰত কিৰীটি শোভে ॥ ৪৫

কণ্ঠত কৌস্তুভ মণি।
প্রভাতৰ সূৰ্য্য জিনি ॥
একো অঙ্গে নুহি ৰুজ।
আজানু লম্বিত ভুজ ॥ ৪৬

কেয়ূৰ কঙ্কণে ৰঞ্জে।
পাদ পঙ্কজক গঞ্জে ॥
ৰত্নৰ নূপুৰ বাজে।
মেখলা কটিৰ মাঝে ॥ ৪৭

কোটি কন্দর্পক জিনি।
প্রকাশন্ত যদুমণি ॥
হেন কৃষ্ণ মোৰ বাপ।
এড়াও কৈত আন তাপ ॥ ৪৮

যতেক বান্ধৱ জ্ঞাতি ।
কৰন্ত বিলাপ আতি ॥
সমস্তে নগৰী লোকে ।
কৰন্ত বিলাপ শোকে ॥ ৪৯

সত্ৰাজিত ধূম্ৰকেতু ।
তঞিংসি নাশৰ হেতু ॥
নাৰীগণে পাৰে গালি ।
সত্ৰাজিত পুত্ৰ খাইলি ॥ ৫০

কৃষ্ণক কলঙ্ক দিয়া ।
এভো পাপী আছ জীয়া ॥
দ্বাৰকা পুৰক ছানি ।
কৰে হাহাকাৰ ধ্বনি ॥ ৫১

কৃষ্ণৰ কিঙ্কৰে ভণে ।
শুনিয়োক সৰ্ব্বজনে ॥
কৃষ্ণৰ কীৰ্ত্তন কৰি ।
ডাকি বোলা হৰি হৰি ॥ ৫২

## ॥ অষ্টম কীৰ্ত্তন ॥

ঘোষা ॥ ও হৰি দীন দায়াল
গোপাল পালিয়া নিয়া।
তোমাৰ নাম মুখে ফুৰো লৈয়া
তোমাৰ চৰণ চিন্তোক হিয়া ॥ ৮

পদ ॥ পাছে যদুবংশ যতেক আছে।
কৃষ্ণ আসন্তোক মনত বাঞ্ছে ॥
যাৰ যেন শক্য পাৰিল মানে।
পূজিলা দুৰ্গাক বলি বিধানে ॥ ৫৩

ম্যাৰক আৰাধি সাধন্ত বৰ।
সত্বৰে আসন্তোক দামোদৰ ॥
পঢ়ি স্তুতি স্তোত্ৰ কৰে মঙ্গল।
সিটো আশীৰ্ব্বাদ ভৈল সাফল ॥ ৫৪

ভাৰ্য্যায়ে সহিতে আসিলা হৰি।
গ্ৰীৱাত স্যমন্ত মণিক ধৰি ॥
দেখন্ত সবে আইল যদুৰাই।
মৰি উপজিল যেন তুনাই ॥ ৫৫

জগতে কন্যাক আসিলা লই ।
সমস্ত সুহৃদে বেড়িলা গই ॥
পৰম ৰঙ্গে কৰে শুভ শুভ ।
শিৰত সিঞ্চিলা অক্ষত দূব ॥ ৫৬

পাছে দিব্য সভা মাধৱে পাতি ।
অনাইলন্ত সত্ৰাজিতক মাতি ॥
যিমতে মণিক পাইলন্ত তথা ।
ৰাজ সমাজত কহিলা কথা ॥ ৫৭

সাক্ষী কৰি কৃষ্ণে সৱে সভাতে ।
দিলা মণি সত্ৰাজিতৰ হাতে ॥
হাতত মণি লৈয়া সত্ৰাজিত ।
ভৈলন্ত লাজ আতি বিপৰীত ॥ ৫৮

কৰে অনুতাপ মন অসুখ ।
গৃহক লাগি গৈল অধোমুখ ॥
আপুনি কৃষ্ণক বিৰোধ কৰি ।
ৰাত্ৰি দিনে চিন্তে নিদ্ৰাক এড়ি ॥ ৫৯

মঞি মহামূঢ় পাপী নৃশংস ।
মিছাত কৃষ্ণক দিলো কলঙ্ক ॥
কিমতে এড়াইবো লোকৰ তাপ ।
কেনে তুষ্ট হোন্ত জগত বাপ ॥ ৬০

কিমতে কৃষ্ণৰ ৰঞ্জিবো চিত্ত ।
শুনন্ত এহি বুলি সত্ৰাজিত ॥
কৃষ্ণৰ কিঙ্কৰে কহে শঙ্কৰে ।
হৰি হৰি বোলা সমস্ত নৰে ॥ ৬১

॥ নৱম কীৰ্ত্তন ॥

ঘোষা ॥ হৰি ৰাম ৰাম ৰাম ৰাম ৰাম হৰি ।
ডাকিয়া ঘুষিয়ো শীঘ্ৰ কৰি ॥ ৯

পদ ॥ দেও কন্যা বিবাহ কৃষ্ণক ।
দিবো মণি স্যমন্ত যৌতুক ॥
তেৱেবা সন্তুষ্ট হোন্ত হৰি ।
নেদেখো উপায় আত কৰি ॥ ৬২

হেন মনে নিয়ম কৰিয়া ।
মণি সমে কন্যা দিলে নিয়া ॥
পায়া সত্যভামাক অচ্যুতে ।
কৰিলা বিবাহ বিধিমতে ॥ ৬৩

ৰূপে গুণে জগততে ধন্যা ।
খুজিলে অনেকে সিটো কন্যা ॥
কাহাকো নেদিলে সত্ৰাজিত ।
কৃষ্ণক পাই ভৈল কৃতকৃত্য ॥ ৬৪

শশুৰক বুলিলা বচন।
নাহিকে মণিত প্ৰয়োজন॥
তোমাতে থাকোক স্যমন্তক।
তুমি সত্ৰাজিত অপুত্ৰক॥ ৬৫
তোমাৰ সৰ্ব্বস্ব সবে মোৰ।
নিয়া মণি এড়া চিন্তা ঘোৰ॥
শুনি সত্ৰাজিত ৰঙ্গ ভৈলা।
স্যমন্তক লৈয়া ঘৰে গৈলা॥ ৬৬
অনন্তৰে জগতৰে নাহ।
কৰি সত্যভামাক বিবাহ॥
ক্ৰীড়িলা আনন্দে নাৰায়ণ।
যিটো শুনে স্যমন্ত হৰণ॥ ৬৭
এড়ায় কলঙ্ক মহা পাপ।
দূৰে যায় সংসাৰৰ তাপ॥
হোৱে সিদ্ধি মনৰ বাঞ্ছিত।
জানি শুনা কৃষ্ণৰ চৰিত॥ ৬৮
কহে কৃষ্ণ কিঙ্কৰ শঙ্কৰে।
কীৰ্ত্তন নেড়িবা একো নৰে॥
আত পৰে নাহিকে উপায়।
বেদৰ এহিসে অভিপ্ৰায়॥ ৬৯

মায়াময় পুত্ৰ দাৰা গেহ।
কেতিক্ষণে পড়ে ইটো দেহ॥
আক নেদেখিয় কিনো অন্ধ।
বিষয়ৰ তথাপি প্ৰবন্ধ॥ ৭০

আন চিন্তা সৱে পৰিহৰা।
মিছা মোৰ মোৰ বুলি মৰা॥
অন্তকে কেশত আছে ধৰি।
জানি ডাকি বোলা হৰি হৰি॥ ৭১

॥ স্যমন্তক হৰণ সমাপ্ত ॥

## ॥ নাৰদৰ কৃষ্ণ দৰ্শন ॥

### ॥ প্ৰথম কীৰ্ত্তন ॥

ঘোষা ॥ কমল লোচন ৰাম প্ৰভু ৰঘুপতি।
কি ৰাম হৰি গতি কি ৰাম ৰঘুপতি ॥ ১

পদ ॥ শিশুপাল প্ৰমুখ্যে নৃপতিগণ জিনি।
ভীষ্মক দুহিতা হৰি আনিলা ৰুক্মিণী ॥
ৰুক্মক মুণ্ডিলা ধৰি পৰম বিক্ৰমে।
অষ্ট মহিষীক বিহা কৰিলা প্ৰথমে ॥ ১

গৰুড়ত চড়ি নৰকক দিলা ধাৱ।
তাক মাৰি পাইলা কন্যা ষোড়শ হাজাৰ ॥
সবাকো পঠাইলা প্ৰভু দ্বাৰকাক প্ৰতি।
সত্যভামা সঙ্গে পাছে গৈলা অমৰাৱতী ॥ ২

অদিতিক দিলা নিয়া অমৃত কুণ্ডল।
তোহ্মাক অৰ্চ্চিল আসি দেৱ আখণ্ডল ॥
বাসৱে সহিতে হৰি কহি কথা মাত।
খুজিলা ভাৰ্য্যাৰ পদে পুষ্প পাৰিজাত ॥ ৩

ইন্দ্রে নিদিলন্ত তাক জানিয়া মুৰাৰি ।
আনিলন্ত বলে পাৰিজাতক উভাৰি ॥
দেখি খেদি আসি ইন্দ্রে কৰিলা সমৰ ।
বাসৱক লীলায়ে ভঙ্গাইলা দামোদৰ ॥ ৪
উলটি পলাইল ইন্দ্র তোমাৰ প্রহাৰে ।
ৰুইলা পাৰিজাত সত্যভামাৰ দুৱাৰে ॥
ষোড়শ হাজাৰ কন্যা আনি ভিনে ভিনে ।
দ্বাৰকাত বিবাহ কৰিলা একে দিনে ॥ ৫
সিটো দিব্য পত্নী যতেক বৰনাৰী ।
ততকে শৰীৰ ধৰি ক্রীড়িলা মুৰাৰি ॥
চৌৰাশী অধিক তেহ্ন হাজাৰ প্রমাণ ।
সালঙ্কৃতা কৰি নিতে কৰন্ত গো দান ॥ ৬
ইন্দ্রদেৱে পুৰস্কাৰ কৰিয়া কৃষ্ণক ।
দ্বাৰকাক পঠাই দিল সুধৰ্ম্মা সভাক ॥
তাত বসিবাক যাহা প্রত্যেকে উৎসুকে ।
আগত যোগান্ত আনি ৰথক দাৰুকে ॥ ৭
ৰথত চড়িয়া দাৰুকৰ ধৰি হাতে ।
সাত্যকি উদ্ধৱ সমে বসন্ত সভাতে ॥
গুৰু শুক্র সমে যেন আকাশত শশী ।
সভাক ৰঞ্জিয়া প্রভু ৰঙ্গে থাকা বসি ॥ ৮

দেখিয়া প্ৰণামে যিটো সুধৰ্ম্মা সভাক।
যদুগণে আনন্দে চটকি ফুৰে তাক॥
কৃষ্ণৰ প্ৰসাদে নুভুঞ্জিল কোন ভোগ।
মিলে দ্বাৰকাত যত বস্তু দেৱ ভোগ॥ ৯

পঢ়াইলা যাদৱ বংশে যতেক কুমাৰ।
তাৰ সংখ্যা কৰিবাক শকতি কাহাৰ॥
তাসম্বাৰ শুনিয়ো পঢ়োৱা ওজা যত।
তিনি কোটি চৌৰাশী হাজাৰ একশত॥ ১০

ভণিল শঙ্কৰে শুনিয়োক সৰ্ব্বজন।
একচিত্তে কৰা সৱে হৰিৰ কীৰ্ত্তন॥
আত পৰে ধৰ্ম্ম আৰ নাহি সংসাৰত।
ৰাম ৰাম ঘুষিয়োক বসি আসনত॥ ১১

॥ দ্বিতীয় কীৰ্ত্তন॥

ঘোষা॥ কেশৱ কৃষ্ণ বিষ্ণু বনমালী।
নিয়ো কৃপাময় সেৱক পালি॥ ২

পদ॥ ষোড়শ হাজাৰ কন্যাক জিনে।
কৰিলা হৰি বিহা একে দিনে॥

কৃষ্ণৰ আশ্চৰ্য্য মহিমা শুনি।
দ্বাৰকাক গৈলা নাৰদ মুনি ॥ ১২

দেখিলা ঋষি দিব্য পুৰী পাছে।
স্বৰ্ণময় গড়ে বেঢ়ি আছে ॥
সাগৰ বেঢ়ি ভৈল গড়খাই।
দেখি বিপক্ষৰ ধাতু উৰাই ॥ ১৩

দিব্য সৰোবৰ পুষ্পিত বনে।
পড়িয়া নাদঃতেজে পক্ষীগণে ॥
চম্পা পাৰিজাত সুৰভি বাসে।
নৱ লক্ষ দেৱ গৃহ প্ৰকাশে ॥ ১৪

কতো ফটিকৰ কতো ৰজত।
স্বৰ্ণময় কতো মৰকত ॥
সূৰ্য্য সম জ্বলে গৃহৰ কান্তি।
বঞ্জে আতি ধ্বজ পতাকা পান্তি ॥ ১৫

তাৰ অন্তঃপুৰ দেখিলা পাছে।
প্ৰবন্ধে বিশ্বকৰ্ম্মে নিৰ্ম্মি আছে ॥
ষোড়শ হাজাৰ দিব্য আৱাস।
সূৰ্য্য সম জ্বলে লঙ্ঘি আকাশ ॥ ১৬

তাহাৰ মধ্যে এক গৃহ পশি।
ৰত্নৰ দীপিতি দেখন্ত ঋষি ॥

প্ৰৱালৰ স্তম্ভ বৈদূৰ্য্য ফলি ।
স্বৰ্ণৰ কাঠি কামী মণ্ডলি ॥ ১৭

ইন্দ্ৰনীল ৰত্নে লগাইল বাৰ ।
মাণিক কপাট হীৰাৰ দ্বাৰ ॥
ৰত্নৰ চাৰু কুন্দৰুখ জালে ।
ধূপ ধূম্ৰচয় ৰঝাই বোম্বালে ॥ ১৮

মেঘ বুলি তাক ময়ূৰগণে ।
গৃহত পড়িয়া নাচে সঘনে ॥
প্ৰকাশে চন্দ্ৰাতপ অসংখ্যাত ।
আৰিছে মুকুতা মুৰাৰি তাত ॥ ১৯

তলত ৰত্নময় সিংহাসন ।
বিছাই হংস তুলি বিতোপন ॥
তাতে সুতি আছা জগতপতি ।
উপাসি আছন্ত ৰুক্মিণী সতী ॥ ২০

ৰত্নময় দণ্ড চামৰ ধৰি ।
স্বামীক বিঞ্চন্ত লাসে সুন্দৰী ॥
সমান বয়সী সহস্ৰ দাসী ।
লগত যোগানে আছে উপাসি ॥ ২১

## ॥ তৃতীয় কীৰ্ত্তন ॥

ঘোষা ॥ মাধৱ মুকুন্দ দীন দায়াল।
প্ৰণত পালক তুমি গোপাল ॥ ৩

পদ ॥ চৌপাশে প্ৰকাশে ৰত্ন প্ৰদীপ।
চাপিলা হৰিযে ঋষি সমীপ ॥
নাৰদক দেখি উঠিলা হৰি।
প্ৰণামিলা পাৱে শিৰে সাদৰি ॥ ২২

কৃতাঞ্জলি তুতি বুলিলা বাণী।
আপুনি আসনে বৈসাইলা আনি ॥
লক্ষ্মী পানী দেন্ত ভৃঙ্গাৰ ধৰি।
ধুৱাইলা ঋষিৰ চৰণ হৰি ॥ ২৩

লৈলা পাদোদক শিৰত আনি।
বুলিলা অমৃত মধুৰ বাণী ॥
পৱিত্ৰ আজি ভৈলো ঋষিৰাজ।
কৰিয়ো আজ্ঞা সাধো কোন কাজ ॥ ২৪

শুনিয়া নাৰদে বুলিলা হাসি।
তোহ্মাৰ চৰণ দেখিলো আসি ॥
ব্ৰহ্মা আদি যত পৰম জ্ঞানী।
চিন্তে হিয়ে যাক প্ৰবন্ধে আনি ॥ ২৫

সংসাৰ কূপে পড়ে যিটো জন।
তাৰো অৱলম্ব্য তযু চৰণ॥
হেন পাদ পদ্ম চিন্তো সদায়।
তোম্মাৰ নাম মুখে ফুৰো গাই॥ ২৬

তোম্মাৰ পাৱে নছাড়োক মতি।
দিয়ো এহি দান জগতপতি॥
এহি বুলি তৈৰ উঠিলা ঋষি।
দেখিলা পাছে আৰ গৃহ পশি॥ ২৭

কৰিয়া কৃষ্ণে হাস পৰিহাস।
ভাৰ্য্যায়ে সহিতে খেলন্ত পাশ॥
কাষতে উদ্ধৱ আছে নিৰেখি।
উঠিলা কৃষ্ণ নাৰদক দেখি॥ ২৮

আসনে বৈসাই ধুৱাইলা ভৰি।
কেতিক্ষণে আইলা পুছন্ত হৰি॥
তুমি সৰ্ব্ব পূৰ্ণকাম সন্ন্যাসী।
অপূৰ্ণকামী আমি গৃহবাসী॥ ২৯

তথাপি বোলা কি কৰিবো আমি।
জন্মক মোৰ সাফলিয়ো স্বামী॥
শুনিয়া নাৰদ বিস্ময় ভৈলা।
তৈৰ উঠি আউৰ গৃহক গৈলা॥ ৩০

দেখন্তে ঋষি তৈত যদুৰায় ।
আছন্ত বসি শিশু উমলাই ॥
দেখিল পাছে আৰ গৃহ পশি ।
স্নানত উদ্যমে আছন্ত বসি ॥ ৩১

॥ চতুৰ্থ কীৰ্ত্তন ॥

ঘোষা ॥ ত্ৰাহি সদাশিৱ শাৰঙ্গপাণি ॥ ৪

পদ ॥ আউৰ ঘৰে গৈয়া দেখন্ত ঋষি ।
কৰন্ত গোৱিন্দে হোম হৱিষি ॥
ব্ৰহ্ম ভোজ দেন্ত কতো গৃহত ।
ভুঞ্জন্ত আনি আৰশেষ যত ॥ ৩২
কতো গৃহে আছা সন্ধ্যা উপাসি ।
গায়ত্ৰী জপা মৌন হুয়া বসি ॥
ছাড়ন্ত খাণ্ডা বাৰু কতো ঘৰে ।
কতোহো ফুৰন্ত ৰথ উপৰে ॥ ৩৩
ঘোড়া লৰড়ান্ত কতো প্ৰবন্ধে ।
ফুৰন্ত কৃষ্ণ কতো হস্তী কন্ধে ॥
কতো ঘৰে আছা খাটত সুতি ।
চপয় পঢ়ি ভাটে কৰে স্তুতি ॥ ৩৪

উদ্ধৱ প্ৰমুখ্যে মন্ত্ৰী সহিতে।
কৰন্ত মন্ত্ৰণা কতো গৃহতে ॥
সহস্ৰ সংখ্যাত ৰমণী সঙ্গে।
কৰন্ত কতো জলক্ৰীড়া ৰঙ্গে ॥ ৩৫

অনেক বিপ্ৰ অনাই দামোদৰে।
কৰন্ত ধেনু দান কতো ঘৰে ॥
ভাৰ্য্যাক মাতি পৰিহাস কৰি।
কতো ঘৰে ৰঙ্গে হাসন্ত হৰি ॥ ৩৬

শুনন্তে আছন্ত কৈতো পুৰাণ।
কৰন্ত কৈতো অৰ্থ উপাদান ॥
কতো ঘৰে বসি আসন ধৰি।
আত্মাক চিন্তন্তে আছন্ত হৰি ॥ ৩৭

কৰন্ত দ্বন্দ কৈতো লক্ষ্মীপতি।
কৰন্ত কৃষ্ণে কৈতো মিত্ৰৰতি ॥
কতো আলোচন্ত বলো সহিত।
চিন্তন্তে আছন্ত সন্তৰ হিত ॥ ৩৮

কতো ঘৰে আতি উৎসৱ কৰি।
কৰন্তে পুত্ৰৰ বিৱাহ হৰি ॥
বিহা দেন্ত কন্যা কৈতো মুৰাৰি।
তুনাই আনন্ত কৈতো বহাৰী ॥ ৩৯

কৈতো শশুৰিক পঠালা জীৱ।
কান্দন্ত বসি দেৱ সদাশিৱ ॥
কৰন্ত কতো গৃহে যজ্ঞ কাম।
প্ৰতিষ্ঠান্ত কৈতো কূপ আৰাম ॥ ৪০
ঘোটকতে চড়ে কৈতো মুৰাৰি।
ফুৰন্ত পৱিত্ৰ মৃগক মাৰি ॥
ধৰিয়া বেশ কৈতো ভৰি খুম্পি।
ভাঞ্জ কাজ বুজি ফুৰন্ত চুম্পি ॥ ৪১

॥ পঞ্চম কীৰ্ত্তন ॥

ঘোষা ॥ গোৱিন্দ গোপাল গৰুড়কেতু।
ভকতৰ ভয় ভঞ্জন হেতু ॥ ৫

পদ ॥ দেখিয়া নাৰদে তুলিলা হাসি।
আমাক প্ৰভু ভুৰুকুৰা আসি ॥
তোমাৰ চৰণ সেৱাৰ বলে।
তযু যোগ মায়া জানো সকলে ॥ ৪২
জানিয়ো প্ৰভু মই তযু দাস।
কৰিয়া তোমাৰ যশ প্ৰকাশ ॥
তিনিও লোকে ফুৰো বীণা বাই।
তোমাৰ পৱিত্ৰ চৰিত্ৰ গাই ॥ ৪৩

মাধৱে বোলন্ত শুনিয়ো মুনি ।
যেন ভক্ত তুমি জানো আপুনি ॥
লোকক শিখাও ই ধৰ্ম্ম ভেদ ।
নকৰা মুনি আত কিছু খেদ ॥ ৪৪

বোলন্ত শুকে শুনা পৰীক্ষিত ।
মাধৱে মুনিৰ ৰঞ্জিলা চিত্ত ॥
দেখিয়া কৃষ্ণৰ গৃহ সম্পদ ।
পৰম বিস্ময় ভৈলা নাৰদ ॥ ৪৫

কৃষ্ণৰ আতি সৎকাৰ পাই ।
লড়িলা তৈৰপৰা বীণা বাই ॥
কৃষ্ণৰ চৰণ চিন্তন্তে যান্ত ।
গোৱিন্দৰ গুণ সদায়ে গান্ত ॥ ৪৬

কৃষ্ণৰ মনুষ্য লীলা চৰিত্ৰ ।
জগতকে ইটো কৰে পৱিত্ৰ ॥
যিটো শুনে ভণে আক সঘনে ।
তাৰ ভক্তি হৈব কৃষ্ণ চৰণে ॥ ৪৭

শুনা সৰ্ব্বজন শঙ্কৰে কহে ।
চিৰকাল ইটো দেহা নৰহে ॥
হাটে বাটে কৈত মিলে মৰণ ।
সদায়ে নেড়িবা হৰি চৰণ ॥ ৪৮

নাৰদত বিষ্ণু আছন্ত কই।
বৈকুণ্ঠত মই নথাকো ৰই ॥
যোগীৰ হিয়া এড়ি সমুদায়।
থাকো ভকতৰ কীৰ্ত্তন চাই ॥ ৪৯

জানিয়া সৰে এড়া ভাসভুস।
ভাগ্যেসে ভাৰতে ভৈলা মানুষ ॥
আক ব্যৰ্থ কৰা বিষয় ভোলে।
মাণিকক বিকা কাচৰ মোলে ॥ ৫০

মিছাত পুত্ৰ দ্বাৰা বুলি মৰা।
আপুণি গুণা আইলা কৈৰপৰা ॥
সৰে মায়াময় স্বপ্নৰ সৰি।
জন্ম সাফলি বোলা হৰি হৰি ॥ ৫১

॥ নাৰদৰ কৃষ্ণ দৰ্শন সমাপ্ত ॥

---

৭ ॥ বসিবাক—চড়িবাক, ৮ ॥ বসন্ত—উঠিলা,

২৯ ॥ পূৰ্ণ—পূণ্য, ৪১ ॥ ভা কাজ—ভাঞ্জ কাজ।

# ॥ বিপ্ৰ পুত্ৰ আনয়ন ॥

## ॥ প্ৰথম কীৰ্ত্তন ॥

ঘোষা ॥ মন বোল ৰাম শ্ৰীৰাম জয় জয় ৰাম ॥ ১

পদ ॥ শুক মুনি বদতি শুনিয়োঁ পৰীক্ষিত ।
একদিনা যেন ভৈলা দ্বাৰকা পুৰীত ॥
এক বিপ্ৰ পত্নীৰ উপজি পুত্ৰগুটি ।
ভূমিক ছুইলেক মাত্ৰ গৈল প্ৰাণ ছুটি ॥ ১

মৃতক পুত্ৰক বিপ্ৰে কোলে কৰি লই ।
কান্দিলা অনেক ৰাজ দুৱাৰত থই ॥
ৰাজাকো ভৰ্ৎসন্ত আতি কৰি তিৰস্কাৰ ।
ইটো দুষ্ট দুৰ্জ্জন ক্ষত্ৰিয় কুলাঙ্গাৰ ॥ ২

কোথেৰ পাপিষ্ঠ ব্ৰহ্মদ্বেষী মন্দ কৰ্ম্ম ।
শঠ বুদ্ধি কৰে ইটো অনেক অধৰ্ম্ম ॥
পৰম লুভীয়া ৰাজা জগতকে মোষে ।
মৰিল তনয় মোৰ ইহাৰেসে দোষে ॥ ৩

এহি বুলি গৈল দ্বিজ গৃহক উলটি ।
এহিমতে উপজি মৰিল আৰগুটি ॥

তাকো আনি পেহ্লাইলন্ত ৰাজাৰ দুৱাৰে।
পূৰ্ব্বৰতে নিন্দিলন্ত বচন প্ৰহাৰে ॥ ৪

এহিমতে বিপ্ৰৰ মৰিল পুত্ৰ নৱ।
ভৎ´সন্ত ব্ৰাহ্মণে দুৱাৰত পেহ্লাই শৱ ॥
আছন্ত অৰ্জ্জুন বসি কেশৱৰ কাছে।
হেন শুনি ব্ৰাহ্মণক মাতিলন্ত পাছে ॥ ৫

কি কাৰণে পুত্ৰশোকে কান্দা দ্বিজবৰ।
তোমাৰ ৰাজ্যত তেৱে নাহি ধনুৰ্দ্ধৰ ॥
যাহাৰ ৰাজ্যত শোকে কান্দে দ্বিজগণ।
নুহিকে ক্ষত্ৰিয় সিটো নটৰ লক্ষণ ॥ ৬

বুঝিয়োক বিপ্ৰ আৰে মোৰ কেন কক্ষা।
তোমাৰ পুত্ৰক মই কৰিবোহো ৰক্ষা ॥
ৰাখিবে নৱাৰো যেৱে শুনা মহাভাগ।
অগনিত ঝাসিয়া কৰিবো তনু ত্যাগ ॥ ৭

শুনি বিপ্ৰে অৰ্জ্জুনক বুলিলা বচন।
যাক ৰাখিবাক নৱাৰিলা নাৰায়ণ ॥
ৰাম কামদেৱ অনিৰুদ্ধে নাটে যাক।
তাত যত্ন কৰা ইটো মিছা গৰ্ব্ব বাক ॥ ৮

অৰ্জ্জুনে বোলন্ত মঞি নোহো হলায়ুধ।
নোহো বাসুদেৱ কামদেৱ অনিৰুদ্ধ ॥
আমাৰ অৰ্জ্জুন নাম দশোদিশে জানে।
গাণ্ডীৱ ধনুক মোৰ জগতে বখানে ॥ ৯

শঙ্কৰকো তুষি আছো মোৰ পৰাক্ৰমে।
যদি কোপে আটোপে আসন্ত সাজি যমে ॥
তাঙ্কো জিনি তোমাৰ পুত্ৰক দিবো আনি।
গৈলন্ত সঞ্জাত দ্বিজে শুনি হেন বাণী ॥ ১০

অৰ্জ্জুনৰ বচনত হুয়া ভয়হীন।
প্ৰীত হুয়া গৃহত আছন্ত কতো দিন ॥
প্ৰসৱৰ কাল আসি মিলিল হুনাই।
ত্ৰাহি ধনঞ্জয় বুলি ব্ৰাহ্মণে চেঞ্চাই ॥ ১১

॥ দ্বিতীয় কীৰ্ত্তন ॥

ঘোষা ॥ ৰাখা কি দয়াময় মোৰ যদুৰায়।
তোমাৰ ভকতি বিনে ব্যৰ্থে আয়ু যায় ॥ ২

পদ ॥ শুনি পাৰ্থে আথে বেথে গৈল দঢ় হুই।
কৰিলন্ত আচান্ত পৱিত্ৰ জল ছুই ॥
ইষ্টদেৱ শঙ্কৰক নমিলা অৰ্জ্জুন।
দিব্য অস্ত্ৰ স্মৰি গাণ্ডীৱত দিলা গুণ ॥ ১২

টঙ্কাৰিয়া দিব্য অস্ত্ৰচয়ক ঝাকিলা।
অধে উৰ্দ্ধে সিটো সূতি গৃহক ঢাকিলা॥
নথাকিল সন্ধি চাইলা আঞ্জৰ পাঞ্জৰ।
গৃহক ঢাকিয়া শৰে সাজিলা পিঞ্জৰ॥ ১৩

সেহিবেলা উপজিল বিপ্ৰৰ কুমাৰ।
পৃথিৱীত পড়িয়া কান্দিল বাৰম্বাৰ॥
তেখনে অদৃশ্য ভৈল শৰীৰে সহিতে।
নাকলিলা কেৰে তাক আগতে তহিতে॥ ১৪

দেখি পাছে বিপ্ৰে পুত্ৰশোকৰ জমক।
কেশৱৰ আগত ভৰ্ৎসিলা অৰ্জ্জুনক॥
মঞি কেন মূঢ় দেখিয়োক সৰ্ব্বজনে।
কৰিলো সঞ্জাত নপুংসকৰ বচনে॥ ১৫

সবংশে কেশৱে নৰাৰিলে ৰাখিবাক।
আৰ কোনে পৰিত্ৰাণ কৰিবে আমাক।
বিধিৰ বিপাকে যিটো দৈৱে ভৈলা নাশ।
কিনো মূৰ্খ তঞি তাক ৰাখিবাক চাস॥ ১৬

ধিক ধনঞ্জয় ধিক গাণ্ডীৱ তোমাৰ।
মিছা কাৰ্য্যে কিসক কৰিলি অঙ্গীকাৰ॥
বিকৰ্থনা অনেক কৰিল দ্বিজবৰ।
শুনি নসহিল অৰ্জ্জুনৰ কলেৱৰ॥ ১৭

ধনু তুলি ধৰি পাছে মহাবিদ্যা কৰি ।
তেখনে আণ্টাইল গৈয়া যমৰ নগৰী ॥
পাত পাত কৰি বিচাৰিল মহাভাগ ।
বিপ্ৰৰ পুত্ৰক তৈতো নপাইলেক লাগ । ১৮
ইন্দ্ৰৰ নগৰে গৈয়া বিচাৰিল পশি ।
তৈতো বিপ্ৰ পুত্ৰক নপাইলা মহাযশী ॥
অগনি বৰুণ বায়ু চন্দ্ৰ নৈঋতিৰ ।
সৰাৰো থানক বিচাৰিলা মহাবীৰ ॥ ১৯
বিত বিত কৰিলন্ত সাতো পতালক ।
তৈতো খুজি নপাইলন্ত বিপ্ৰৰ পুত্ৰক ॥
একো স্থানে বিচাৰিবে নথাকিল ঠাই ।
উলটিয়া দ্বাৰকাক আসিলা হুনাই ॥ ২০
ভ্ৰষ্ট ভৈল অঙ্গীকাৰ জানিয়া নিশ্চয় ।
অগনিত জাম্প দিবে যান্ত ধনঞ্জয় ॥
হেন দেখি সখিক ধৰিলে হৰি আসি ।
মৰিবাক নেদিয়া বুলিলা পাছে হাসি ॥ ২১
দেখাইবো দ্বিজৰ সবে পুত্ৰক তোমাক ।
নকৰিয়ো ত্ৰাস সখি ৰাখা আপুনাক ॥
তোমাৰ বিপুল কীৰ্ত্তি থাকিবে লোকত ।
মোহোৰ বচনে নকৰিয়ো প্ৰাণ হত ॥ ২২

কৃষ্ণৰ কিঙ্কৰে কহে শঙ্কৰে সম্প্ৰতি।
হৰি নাম বিনা আৰ নাহি কাৰো গতি ॥
বেদৰ প্ৰমাণ বাণী জানি সৰ্ব্বজন।
বোলা হৰি হৰি কৰি অনেক যতন ॥ ২৩

॥ তৃতীয় কীৰ্ত্তন ॥

ঘোষা ॥ শ্ৰীৰাম মাধৱ ৰাঘৱ ৰঘুপতি ॥ ৩

পদ ॥ অৰ্জ্জুনক বুলি হেন বাণী।
দিব্য ৰথে চড়ি চক্ৰপাণি ॥
ধৰিল উত্তৰ দিশ পথ।
অৰ্জ্জুনে ডাকন্তে যান্ত ৰথ ॥ ২৪

সাতোখান পৃথিৱী এড়াইল।
গৈয়া সাতো সাগৰ ছড়াইল ॥
ধৰি মহা মনোজয় গতি।
ভৈলা লোকালোকৰ সিভিতি ॥ ২৫

প্ৰৱেশিলা ঘোৰ অন্ধকাৰে।
ঘোড়া আৰ যাইবাক নপাৰে ॥
হেন দেখি যোগেশ্বৰ হৰি।
আগক হানিলা চক্ৰ ধৰি ॥ ২৬

মহাৰশ্মি পুঞ্জে পসৰাই ।
আগত কিৰণে ফেড়ি যাই ॥
যেন ৰাঘৱৰ শৰ ঝাকে ।
বিদাৰয় ৰাক্ষস সেনাকে ॥ ২৭

হাজাৰেক সূৰ্য্য যেন জ্বলে ।
তাহাৰ পাছত ঘোড়া চলে ॥
ঘোৰ তম তৰিয়া সত্বৰে ।
জৌতিপুঞ্জ পাইল তাত পৰে ॥ ২৮

ৰশ্মি লাগি চক্ষু ফুটে দেখি ।
মুদিলা অৰ্জ্জুনে দুই আখি ॥
তাক এড়ায় জল পাইলা গই ।
ঘোৰ ঊৰ্ম্মি বায়ু উথলয় ॥ ২৯

পাছে ধনঞ্জয়ে যদুৰাজে ।
প্ৰৱেশিলা সেহি জল মাজে ॥
দুয়ো গৈয়া দেখিলা প্ৰত্যেক ।
ফটিকৰ স্তম্ভ হাজাৰেক ॥ ৩০

দিব্য গৃহ প্ৰকাশন্তে আছে ।
পশিলা ভিতৰ তাৰ পাছে ॥
অনন্তক গৈয়া ভৈলা ভেট ।
তুলি আছে হাজাৰেক ফেট ॥ ৩১

ফণামণি কৰে তিৰিঝিৰি ।
প্ৰকাশন্ত যেন শুক্লগিৰি ॥
তান শৰীৰত সুখাসনে ।
প্ৰকাশন্ত বসি নাৰায়ণে ॥ ৩২

সুন্দৰ শৰীৰ মেঘ শ্যাম ।
পীত বস্ত্ৰে আতি অনুপাম ॥
প্ৰসন্ন বদন মনোহৰ ।
আয়ত লোচন ৰুচিকৰ ॥ ৩৩

শিৰত কিৰীটি ৰত্নময় ।
তাৰ ৰশ্মি শোভে কেশচয় ॥
জ্বলে গণ্ড মকৰ কুণ্ডলে ।
প্ৰকাশে শ্ৰীবৎস বক্ষঃস্থলে ॥ ৩৪

কণ্ঠত কৌস্তুভ নৱ সূৰ্য্য ।
প্ৰলম্ব বৰ্ত্তুল অষ্টভুজ ॥
কেয়ূৰ কঙ্কণে সুশোভিত ।
বনমালা আপাদ লম্বিত ॥ ৩৫

পদ দুই পঙ্কজৰ কান্তি ।
পাসি ভৈলা আঙ্গুলিৰ পান্তি ॥
জ্বলে আতি নখ চন্দ্ৰচয় ।
ভকতৰ প্ৰকাশে হৃদয় ॥ ৩৬

অৰ্জ্জুনে বোলন্ত মঞি নোহো হলায়ুধ ।
নোহো বাসুদেৱ কামদেৱ অনিৰুদ্ধ ॥
আমাৰ অৰ্জ্জুন নাম দশোদিশে জানে ।
গাণ্ডীৱ ধনুক মোৰ জগতে বখানে ॥ ৯

শঙ্কৰকো তুষি আছো মোৰ পৰাক্ৰমে ।
যদি কোপে আটোপে আসন্ত সাজি যমে ॥
তাঙ্কো জিনি তোমাৰ পুত্ৰক দিবো আনি ।
গৈলন্ত সঞ্জাত দ্বিজে শুনি হেন বাণী ॥ ১০

অৰ্জ্জুনৰ বচনত হুয়া ভয়হীন ।
প্ৰীত হুয়া গৃহত আছন্ত কতো দিন ॥
প্ৰসৱৰ কাল আসি মিলিল ঢুনাই ।
ত্ৰাহি ধনঞ্জয় বুলি ব্ৰাহ্মণে চেঞাই ॥ ১১

॥ দ্বিতীয় কীৰ্ত্তন ॥

ঘোষা ॥ ৰাখা কি দয়াময় মোৰ যদুৰায় ।
তোমাৰ ভকতি বিনে ব্যৰ্থে আয়ু যায় ॥ ২

পদ ॥ শুনি পাৰ্থে আথে বেথে গৈল দঢ় হুই ।
কৰিলন্ত আচান্ত পৱিত্ৰ জল ছুই ॥
ইষ্টদেৱ শঙ্কৰক নমিলা অৰ্জ্জুন ।
দিব্য অস্ত্ৰ স্মৰি গাণ্ডীৱত দিলা গুণ ॥ ১২

টঙ্কাৰিয়া দিব্য অস্ত্ৰচয়ক ঝাকিলা ।
অধে উৰ্দ্ধে সিটো সূতি গৃহক ঢাকিলা ॥
নথাকিল সন্ধি চাইলা আঞ্জৰ পাঞ্জৰ ।
গৃহক ঢাকিয়া শৰে সাজিলা পিঞ্জৰ ॥ ১৩

সেহিবেলা উপজিল বিপ্ৰৰ কুমাৰ ।
পৃথিৱীত পড়িয়া কান্দিল বাৰম্বাৰ ॥
তেখনে অদৃশ্য ভৈল শৰীৰে সহিতে ।
নাকলিলা কেৱে তাক আগতে তহিতে ॥ ১৪

দেখি পাছে বিপ্ৰে পুত্ৰশোকৰ ভ্ৰমক ।
কেশৱৰ আগত ভৰ্ৎসিলা অৰ্জ্জুনক ॥
মঞি কেন মূঢ় দেখিয়োক সৰ্ব্বজনে ।
কৰিলো সঞ্জাত নপুংসকৰ বচনে ॥ ১৫

সবংশে কেশৱে নৰাখিলে ৰাখিবাক ।
আৰ কোনে পৰিত্ৰাণ কৰিবে আমাক ।
বিধিৰ বিপাকে যিটো দৈৱে ভৈলা নাশ ।
কিনো মূৰ্খ তঞি তাক ৰাখিবাক চাস ॥ ১৬

ধিক ধনঞ্জয় ধিক গাণ্ডীৱ তোমাৰ ।
মিছা কাৰ্য্যে কিসক কৰিলি অঙ্গীকাৰ ॥
বিকৰ্থনা অনেক কৰিল দ্বিজবৰ ।
শুনি নসহিল অৰ্জ্জুনৰ কলেৱৰ ॥ ১৭

ধনু তুলি ধৰি পাছে মহাবিদ্যা কৰি ।
তেখনে আণ্টাইল গৈয়া যমৰ নগৰী ।।
পাত পাত কৰি বিচাৰিল মহাভাগ ।
বিপ্ৰৰ পুত্ৰক তৈতো নপাইলেক লাগ । ১৮

ইন্দ্ৰৰ নগৰে গৈয়া বিচাৰিল পশি ।
তৈতো বিপ্ৰ পুত্ৰক নপাইলা মহাযশী ।।
অগনি বৰুণ বায়ু চন্দ্ৰ নৈঋতিৰ ।
সৰাৰো থানক বিচাৰিলা মহাবীৰ ।। ১৯

বিত বিত কৰিলন্ত সাতো পতালক ।
তৈতো খুজি নপাইলন্ত বিপ্ৰৰ পুত্ৰক ।।
একো স্থানে বিচাৰিবে নথাকিল ঠাই ।
উলটিয়া দ্বাৰকাক আসিলা দুনাই ।। ২০

ভ্ৰষ্ট ভৈল অঙ্গীকাৰ জানিয়া নিশ্চয় ।
অগনিত জাম্প দিবে যান্ত ধনঞ্জয় ।।
হেন দেখি সখিক ধৰিলে হৰি আসি ।
মৰিবাক নেদিয়া বুলিলা পাছে হাসি ।। ২১

দেখাইবো দ্বিজৰ সৰে পুত্ৰক তোমাক ।
নকৰিয়ো ত্ৰাস সখি ৰাখা আপুনাক ।।
তোমাৰ বিপুল কীৰ্ত্তি থাকিবে লোকত ।
মোহোৰ বচনে নকৰিয়ো প্ৰাণ হত ।। ২২

কৃষ্ণৰ কিঙ্কৰে কহে শঙ্কৰে সম্প্ৰতি।
হৰি নাম বিনা আৰ নাহি কাৰো গতি ॥
বেদৰ প্ৰমাণ বাণী জানি সৰ্ব্বজন।
বোলা হৰি হৰি কৰি অনেক যতন ॥ ২৩

॥ তৃতীয় কীৰ্ত্তন ॥

ঘোষা ॥ শ্ৰীৰাম মাধৱ ৰাঘৱ ৰঘুপতি ॥ ৩

পদ ॥ অৰ্জ্জুনক বুলি হেন বাণী।
দিব্য ৰথে চড়ি চক্ৰপাণি ॥
ধৰিল উত্তৰ দিশ পথ।
অৰ্জ্জুনে ডাকন্তে যান্ত ৰথ ॥ ২৪

সাতোখান পৃথিৱী এড়াইল।
গৈয়া সাতো সাগৰ ছড়াইল ॥
ধৰি মহা মনোজয় গতি।
ভৈলা লোকালোকৰ সিভিতি ॥ ২৫

প্ৰৱেশিলা ঘোৰ অন্ধকাৰে।
ঘোড়া আৰ যাইবাক নপাৰে ॥
হেন দেখি যোগেশ্বৰ হৰি।
আগক হানিলা চক্ৰ ধৰি ॥ ২৬

মহাৰশ্মি পুঞ্জে পৰকাই ।
আগত কিৰণে কোটি ৰাই ॥
যেন বাদৰৰ ঘৰ ঢাকে ।
বিদায় দাৰুণ নেদাকে ॥ ২৭

হাজাৰেক সূৰ্য্য যেন জ্বলে ।
তাহাৰ পাছত ঘোড়া চলে ॥
ঘোৰ তম তৰিয়া সত্বৰে ।
জ্যোতিপুঞ্জ পাইল তাত পৰে ॥ ২৮

ৰশ্মি লাগি চক্ষু ফুটে দেখি ।
মূদিলা অৰ্জ্জুনে দুই আখি ॥
তাক এড়ায় জল পাইলা গই ।
ঘোৰ ঊৰ্ম্মি বায়ু উথলয় ॥ ২৯

পাছে ধনঞ্জয়ে যদুৰাজে ।
প্ৰৱেশিলা সেহি জল মাঝে ॥
দুয়ো গৈয়া দেখিলা প্ৰত্যেক ।
ফটিকৰ স্তম্ভ হাজাৰেক ॥ ৩০

দিব্য গৃহ প্ৰকাশন্তে আছে ।
পশিলা ভিতৰ তাৰ পাছে ॥
অনন্তক গৈয়া ভৈলা ভেট ।
তুলি আছে হাজাৰেক ফেট ॥ ৩১

ফণামণি কৰে তিৰিম্বিৰি ।
প্ৰকাশন্ত যেন শুক্লগিৰি ॥
তান শৰীৰত সুখাসনে ।
প্ৰকাশন্ত বসি নাৰায়ণে ॥ ৩২

সুন্দৰ শৰীৰ মেঘ শ্যাম ।
পীত বস্ত্ৰে আতি অনুপাম ॥
প্ৰসন্ন বদন মনোহৰ ।
আয়ত লোচন ৰুচিকৰ ॥ ৩৩

শিৰত কিৰীটি ৰত্নময় ।
তাৰ ৰশ্মি শোভে কেশচয় ॥
জ্বলে গণ্ড মকৰ কুণ্ডলে ।
প্ৰকাশে শ্ৰীবৎস বক্ষঃস্থলে ॥ ৩৪

কণ্ঠত কৌস্তুভ নৱ সূৰ্য্য ।
প্ৰলম্ব বৰ্ত্তুল অষ্টভুজ ॥
কেয়ূৰ কঙ্কণে সুশোভিত ।
বনমালা আপাদ লম্বিত ॥ ৩৫

পদ দুই পঙ্কজৰ কান্তি ।
পাসি ভৈলা আঙ্গুলিৰ পান্তি ॥
জ্বলে আতি নখ চন্দ্ৰচয় ।
ভকতৰ প্ৰকাশে হৃদয় ॥ ৩৬

স্থনন্দ প্ৰমুখ্যে পাৰিষদে।
চৌপাশে উপাসে নিশৰদে॥
চক্ৰ আদি অস্ত্ৰে মূৰ্ত্তি ধৰি।
সেৱা কৰে বিষ্ণুক আৰৰি॥ ৩৭

পুষ্টি আদি ঋদ্ধি দিব্য কাছে।
মাধৱক আৰাধন্তে আছে॥
ভণিল শঙ্কৰে কৃষ্ণ পদে।
হৰি হৰি বোলা সভাসদে॥ ৩৮

॥ চতুৰ্থ কীৰ্ত্তন ॥

ঘোষা॥ ৰাম বোল ৰাম বোল লোকাই।
ৰাম নাম বিনা বান্ধৱ নাই॥ ৪

পদ॥ অদ্ভুত ৰূপ দেখি ধনঞ্জয়।
কম্পিল শৰীৰ ভৈল বিস্ময়॥
আত্মাক কৃষ্ণে দৰশন পাই।
পড়ি প্ৰণামিলা মাথা দয়াই॥ ৩৯

অৰ্জ্জুনো দণ্ডৱতে পড়ি আগে।
নমিলা গৈয়া আতি অনুৰাগে॥

বিষ্ণুৰ পৰম মহিমা দেখি ।
কৰিলা কৰযোড় দুয়ো সখি ॥ ৪০

দেখিয়া পাছে দুইকো চক্ৰপাণি ।
হাসিয়া হেন বুলিলন্ত বাণী ॥
তোমৰা নৰ নাৰায়ণ দুই ।
ভৈলা অৱতাৰ মনুষ্য হুই ॥ ৪১

ধৰ্ম্মক দ্বিজক ৰাখিবে লাগি ।
ব্ৰহ্মাদেৱে দুইকো নিলন্ত মাগি ॥
পৃথিৱীৰ সৱে ভাৰ সংহৰি ।
আসা মোৰ ঠাইক সত্বৰ কৰি ॥ ৪২

তোমৰা দুইক দেখিবাক মন ।
আনিলো সৱে দ্বিজ পুত্ৰগণ ॥
ভৈলো দেখা দেখি এ চিৰকালে ।
পৃথিৱীক এড়ি আসা সকালে ॥ ৪৩

যদি পূৰ্ণকাম দুয়ো তোমৰা ।
সৃষ্টিৰ অৰ্থে আসি তপ কৰা ॥
হাসিয়া এহি বুলি চক্ৰপাণি ।
ব্ৰাহ্মণৰ দশ ছৱালি আনি ॥ ৪৪

দিলন্ত কৃষ্ণ অৰ্জ্জুনৰ হাতে।
নমিলা পাছে দুয়ো প্ৰণিপাতে॥
তোমাৰ আজ্ঞাক পালিবো স্বামী।
থাকিয়ো গৃহক লড়িলো আমি॥ ৪৫

এহি বুলি কৃষ্ণ অৰ্জ্জুন দুই।
উঠিলা ৰথত আনন্দ হুই॥
ব্ৰাহ্মণৰ সৰে পুত্ৰক লৈলা।
পুৰাণী পথে দ্বাৰকাক গৈলা॥ ৪৬

পাছে ধনঞ্জয় প্ৰতিজ্ঞা পালি।
দিলন্ত নিজৰ দশো ছৱালি॥
মৰা পুত্ৰগণ পায়া ব্ৰাহ্মণে।
পৰম আনন্দ মিলিল মনে॥ ৪৭

সভাৰ্য্যে ওহ্লায়া যেন নাচন্ত।
অৰ্জ্জুন ধন্য বুলি বখানন্ত॥
কৃষ্ণৰ প্ৰসাদে বীৰ বিজয়।
এড়াইল দাৰুণ মৰণ ভয়॥ ৪৮

বিষ্ণুৰ তেজ দেখি ধনঞ্জয়।
ভৈলন্ত মনত আতি বিস্ময়॥
পৌৰুষ পুৰুষৰ কিছু নুই।
কৃষ্ণৰ প্ৰসাদে সমস্তে হুই॥ ৪৯

এহি বুলি বীৰ দৃঢ়ায়া মতি।
একান্ত কৰিলা হৰি ভকতি ॥
এহিমতে হৰি জগত গুৰু।
সম্যকে ভকতৰ কল্পতৰু ॥ ৫০

দুৰ্জ্জন জনৰ চিন্তিয়া মাৰ।
লীলায়ে ভূমিৰ হৰিলা ভাৰ ॥
কৃষ্ণৰ কিঙ্কৰে শঙ্কৰে ভণে।
কৰিয়ো কীৰ্ত্তন সমস্ত জনে ॥ ৫১

আত পৰে ধৰ্ম্ম নাহিকে আন।
ব্যাসৰ বচন বেদ প্ৰমাণ ॥
হেন জানি সুখে গৃহতে থাকি।
হৰি হৰি বোলা সমাজে ঢাকি ॥ ৫২

॥ বিপ্ৰ পুত্ৰ আনয়ন সমাপ্ত ॥

---

২॥ তিৰস্কাৰ—অহঙ্কাৰ, ৬॥ জীৱন—লক্ষণ।

# ।। দামোদৰ বিপ্ৰাখ্যান ।।

## ।। প্ৰথম কীৰ্ত্তন ।।

ঘোষা ॥ ৰাম হৰি গোপাল গোৱিন্দ ।
যদুমণি মুকুন্দ মুৰাৰি ॥ ১

পদ ॥ শুক নিগদতি শুনা কুৰুপতি
কৃষ্ণৰ আৰো চৰিত্ৰ ।
আছিল দৰিদ্ৰ বিপ্ৰ দামোদৰ
বৈষ্ণৱ আদি পৱিত্ৰ ॥

কৃষ্ণেয়েৰে তান মহামিত্ৰৰতি
পঢ়ন্তে গুৰু গৃহত ।
খাইবে খুণ্টিবাক একোৱে নাহিকে
বস্ত্ৰহীন শৰীৰত ॥ ১

আতি পতিব্ৰতা তাহানে ব্ৰাহ্মণী
দুঃখে দণ্ডে যুগ যায় ।
কাম্পন্তে আসিয়া স্বামীক বুলিলা
মুখৰ মাত নোলায় ॥

শুনিয়োক স্বামী মন্দভাগী আমি
সহিবো কত নিকাৰ।
দ্বাৰকাত আছে প্ৰভু নাৰায়ণ
পৰম মিত্ৰ তোমাৰ ॥ ২

দীন দায়াকৰ জগত ঈশ্বৰ
সাক্ষাতে লক্ষ্মাৰ পতি।
তোমাৰ নিকাৰ দেখিয়া দিবন্ত
অনেক ধন সম্পত্তি ॥
তাহান চৰণ চিন্তে যিটো জন
আপুনাকো দেন্ত তাক।
নকৰা বিমন পাইবা বহু ধন
নবাধিবা মোৰ বাক ॥ ৩

ভাৰ্য্যাৰ বচন শুনিয়া ব্ৰাহ্মণে
দৃঢ় কৰিলন্ত মতি।
কৃষ্ণ দৰশনে মোৰ মহালাভ
যাইবো দ্বাৰকাক প্ৰতি ॥
ভাৰ্য্যাক বোলন্ত যি পাৰা সন্দেশ
আনি দিয়া ঝাণ্টে উঠি।
শুনিয়া ব্ৰাহ্মণী মাগি আনিলন্ত
চাউল চিৰা চাৰি মুঠি ॥ ৪

কানিৰ টুপলি বান্ধি আনি দিলা
ব্ৰাহ্মণে কাষত লৈলা।
কৃষ্ণৰ চৰণ দেখিবাক মনে
দ্বাৰকাক লাগি গৈলা॥
কৃষ্ণক দেখিবে কত বেলি পাও
মনে গুণি দ্বিজবৰ।
সেনাৰ বাঝুক ছড়াই তিনি দ্বাৰ
পাইলা গৈয়া অভ্যন্তৰ॥ ৫

ষোড়শ হাজাৰ আৱাস প্ৰকাশে
বৈকুণ্ঠপুৰ সমান।
যদুগণ যাত পশিবে নপাৰে
কৃষ্ণৰ ৰহস্য স্থান॥
তাৰ এক গৃহে পশিলা ব্ৰাহ্মণ
কেহোৰে বাধন্তা নাই।
সব্যা ভাৰ্য্যা সমে সোণাৰ খাটত
শুতি আছা যদুৰায়॥ ৬

মিত্ৰক দেখিয়া ভাৰ্য্যাক এড়িয়া
উঠি আসি আথেবেথে।
দুই হাতে সাৰটি ধৰিলা আনন্দে
তিনিও লোকৰ নাথে॥

সখিক আলিঙ্গি আতি প্ৰীতি পাইলা
আনন্দে লোতক ঝৰে।
সোণাৰ খাটত বসুৱাইলা আনি
ধৰিয়া আতি সাদৰে ॥ ৭

আপুনি চৰণ ধুৱাইলা বিপ্ৰৰ
পাদোদক লৈলা শিৰে।
সুগন্ধি চন্দন কুঙ্কুমে সখিৰ
ঘষিলা সৱ শৰীৰে ॥

দীপ ধূপ লগাই পূজিলা বিপ্ৰক
কর্পূৰ তাম্বুল দিয়া।
সাদৰে চামৰে ঢিঞ্চন্ত বিপ্ৰক
সব্যা মাধৱৰ প্ৰিয়া ॥ ৮

দেখিয়া অন্তেষ পুৰৰ লোকৰ
বিস্ময় ভৈ গৈল পাছে।
ইটো মহাদুঃখী ভিক্ষুক ব্ৰাহ্মণে
কত পুণ্য কৰি আছে ॥

ত্ৰৈলোক্যৰ গুৰু লক্ষ্মীৰ নিৱাস
আপুনি সেৱন্ত যাক।
ভাৰ্য্যাক এড়িয়া আঙ্ক আলিঙ্গন্ত
যেহেন শ্ৰেষ্ঠ দদাক ॥ ৯

॥ দ্বিতীয় কীৰ্ত্তন ॥

ঘোষা ॥ যাদৱানন্দ দায়াশীল হৰি হৰি ।
দায়াশীল কেশৱ গোপাল ॥ ২

পদ ॥ পাছে হৰি হাস্য কৰি সখাৰ হাতত ধৰি
সুধিলন্ত কৰি সতকাৰ ।
গুৰুৰ গৃহৰ তথা সুমৰা পুৰণি কথা
যেন ভৈল আমাৰ নিকাৰ ॥

গুৰু পত্নীগণে আসি আমাক বুলিলা হাসি
খড়ি লুড়ি দিয়া শিষ্যগণ ।
আমি সবো হেন শুনি কটিত বান্ধিয়া ভুনি
আনন্দে লড়িলো ৰঙ্গমন ॥ ১০

অৰণ্যৰ পশি সান্ধি খড়ি লুড়ি বোঝা বান্ধি
গৃহক চলিলো ৰঙ্গমনে ।
যাও কথা মাতে হাসি অকস্মিতে তৈতে আসি
পাইলে ঘোৰ বাত বৰিষণে ॥

গৰ্জ্জনতে ভুমি লড়ে ঘনে ঘনে বজ্র পড়ে
থাল বাম সম ভৈল আতি ।
নাকলিয় একো পথ সূৰ্য্য পাছে গৈল অস্ত
ভৈল ঘোৰ অন্ধকাৰ ৰাতি ॥ ১১

পাছে আমি সৱে শিষ্য নাকলিলো একো দৃশ্য
বাতবৃষ্টি পীড়িলে আমাক।
কাম্পে তনু তৰতৰি অন্যোঅন্যে হাতে ধৰি
বাট নপাই তৈতে ফুৰো পাক ॥
মাথাত খড়িৰ বোঝা যান নেযায় একো খোজা
ফুৰন্তে ৰজনী গৈল ক্ষয়।
নযাও কেহো কাকো এড়ি কিৰণে আন্ধাৰ ফেড়ি
ভৈল আসি আদিত্য উদয়। ১২

সান্দীপনি দ্বিজৰাজে বিচাৰিলা বন মাজে
ভৈলা আসি আমাক প্ৰত্যেক।
জাৰে কাম্পে শিষ্য যত শৰীৰত নাহি তত
দেখি খেদ কৰিলা অনেক ॥
আমাক বোলন্ত বাক শুনা সৱে শিষ্যঝাক
মোৰ পদে কিনো দুঃখ ভৈল।
প্ৰাণতো এড়িলা আশ খপিলাহা বনবাস
গুৰুঋণ সৱে শুঝা গৈল ॥ ১৩
শুনা শিষ্য নিৰন্তৰ তুষ্ট হুয়া দেওঁো বৰ
জানো সৱে শাস্ত্ৰ এতিক্ষণে।
পূৰ্ণ ভৈল মনোৰথ গৃহক ধৰিলো পথ
পাছে আমি সৱে শিষ্যগণে।

আনো দুঃখ নানা মত গুৰুগৃহে পাইলো যত
প্ৰাণসখি সুমৰাহা তাক।
হেন শুনি দ্বিজবৰে কৰযোড়ে অনন্তৰে
কৃষ্ণক বুলিলা মৃদু বাক॥ ১৪
শুনিয়োক পৰম ব্ৰহ্ম আমাৰ সাফল জন্ম
সমস্ত পাতক ভৈল নাশ।
যিহেতু জগতস্বামী তোমাৰ লগত আমি
গুৰু গৃহে কৰিলো নিৰাস।
কাম মোক্ষ ধৰ্ম্ম অৰ্থ পাৰে আনো মনোৰথ
যিটো চিন্তে তোমাৰ চৰণ।
আপুনি নিৰ্ম্মিলা শাস্ত্ৰ তাকো পঢ়া হুয়া ছাত্ৰ
ইটো কিনো ভৈল বিড়ম্বন॥ ১৫

। তৃতীয় কীৰ্ত্তন॥

ঘোষা॥ যদুবায় চৰণে শৰণ দিয়ো।
জগজীৱ সেৱক পালিয়া নিয়ো॥ ৩

পদ॥ হেন শুনি হাসি বিপ্ৰত পুছন্ত
সৰ্ব্বজ্ঞান হৃষীকেশ।
আমাক লাগিয়া আনি আছা যিবা
দিয়োক সখি সন্দেশ॥

ভকত সকলে পূজে ফুলে জলে

তুষ্ট হও তাকে পাই।

অভকতে যদি নানা দ্ৰব্য দেই

তাতো মোৰ তুষ্টি নাই॥ ১৬

হেন জানি মিত্ৰ দিয়োক আমাক

যিবা দ্ৰব্য আছা আনি।

পৰম সঙ্কোচ ভৈলা দ্বিজবৰ

কৃষ্ণৰ শুনিয়া বাণী।

চাউল চিৰামুঠি নেদন্ত কৃষ্ণক

লাজে চপৰাই মাথ।

হেন দেখি পাছে মনত গুণন্ত

তিনিও লোকৰ নাথ॥ ১৭

ইটো দ্বিজবৰে পূৰ্ব্বতো আমাক

লক্ষ্মী কামে নৰাধিলা।

ভাৰ্য্যাৰেসে প্ৰীতি সাধিবাক প্ৰতি

আমাৰ ঠাইক আসিলা॥

মনুষ্য দুৰ্ল্লভ পৰম সম্পদ

দিবো আজি আঙ্ক আমি।

কানিৰ টুপলি বিচাৰি আনিলা

আপুনি জগতস্বামী॥ ১৮

ইটো কি বুলিয়া টুপলি মেলিয়া
সখিক বুলিলা বাক ।
ইটো চাউল চিৰা জগতে সহিতে
তৃপিতি কৰে আমাক ॥
এহি বুলি হৰি এক মুঠি ধৰি
ভুঞ্জিলন্ত আনন্দত ।
আউৰ মুঠি ধৰি খাইবাক খোজন্তে
ধৰিলা লক্ষ্মী হাতত ॥ ১৯

যত লাগে মানে সৱ সম্পত্তিক
এহি মুঠি দিবে পাৰে ।
নখায়োক আৰ বুলি লক্ষ্মী মাৰে
স্বামীক বুলিলা ঠাৰে ॥
হেন শুনি হৰি চাউল চিৰা এড়ি
থাকিলা হাসি নমাতি ।
দিব্য ভোগ ভুঞ্জি কৃষ্ণৰ গৃহত
ব্ৰাহ্মণো বঞ্চিলা ৰাতি ॥ ২০
শয়নক লাগি স্বৰ্ণ খাটত
বিছায়া দিলন্ত তুলি ।
মহাসুখে তাতে শুতিয়া আছিলা
আজি স্বৰ্গ পাইলো বুলি ॥

প্ৰভাততে উঠি লড়িলা ব্ৰাহ্মণ
কৃষ্ণক মাগি মেলানি ।
সখিক ধৰিয়া মাধৱে অনেক
বুলিলা মধুৰ বাণী ॥ ২১

আগ বঢ়াই নিয়া গৃহক পঠাইল
ব্ৰাহ্মণ চলিল সুখে ।
কৃষ্ণে নেদিলন্ত নুখুজিলা ধন
ব্ৰাহ্মণে আপুন মুখে ॥

অনন্ত গুণন্ত দ্বিজত ভকত
কিনো দেৱ বনমালী ।
কোথেৰ দাৰিদ্ৰ মঞি পাপী মোক
ধৰিলন্ত আঙ্কোৱালি ॥ ২২

আপুনাৰ খাটে নিয়া বসুৱাইল
ঘষি ধুৱাইলেক ভৰি ।
শ্ৰম দেখি লক্ষ্মী আপুনি বিঞ্চিলা
চামৰক কৰে ধৰি ॥

তিনিও লোকৰ ঐশ্বৰ্য্যক পাৱে
অৰ্চ্চিয়া যাৰ চৰণ ।
আমাৰ কুৎসিত সন্দেশকো খাইল
হেন প্ৰভু নাৰায়ণ ॥ ২৩

দৰিদ্ৰ ব্ৰাহ্মণে ধন পাইলে মোক
পাসৰিবে সমুদায় ।
এহি বুলি ধন নেদিলে আমাক
জানিলো কৃষ্ণ গোসাঞিঃ ॥
হেন গুণি গান্থি যাহান্তে গৃহৰ
সমীপ পাইলন্ত পাছে ।
চন্দ্ৰ সূৰ্য্য সম অনেক বিমান
দেখন্ত তহিতে আছে ॥ ২৪
দিব্য উপবনে পড়ি পক্ষীগণে
সুললিত ৰাৱ তেজে ।
দীঘি সৰোবৰ পুষ্পিত উৎপল
প্ৰফুল্ল পঙ্কজে ৰজে ॥
দিব্য নৱ নাৰী গণ ফুৰে তৈতে
পিন্ধি বস্ত্ৰ অলঙ্কাৰ ।
দেখিয়া ব্ৰাহ্মণে বিস্ময়ে গুণন্ত
ইটো দিব্য পুৰী কাৰ ॥ ২৫
নুহি গৃহ মোৰ কৈক আইলো বুলি
থমকি আছন্ত চাই ।
নৱ নাৰীগণো বিপ্ৰক বেঢ়িল
দিব্য বাদ্য ভণ্ড বাই ॥

স্বামী আসিবাৰ শুনিয়া ব্ৰাহ্মণী
হৰবাজাইল ৰঙ্গে ।
সালঙ্কৃতা দাসী সহস্ৰেকে বেঢ়ি
যোগানে লড়িলা সঙ্গে ।। ২৬

দিব্য আভৰণে ভুষিতা সুন্দৰী
যাহান্ত যেন নাচন্তে ।
ৰূপ ধৰি লক্ষ্মী যেন বাজ ভৈল
আপুন থানৰ হন্তে ॥
দিব্য পৰিচ্ছদে আগবাঢ়ি আসি
স্বামীক দেখিলা গই ।
আনন্দে লোতক বৰাই আখি মুদি
থাকিল থমকি ৰই ।। ২৭

পতিক বুদ্ধিয়ে নমিলা ব্ৰাহ্মণী
মনে ধৰি আলিঙ্গিলা ।
কন্যাগণ মধ্যে প্ৰকাশন্তে সতী
ভাৰ্য্যাক দ্বিজে দেখিলা ॥
ভৈলা মহাপ্ৰীতি ভাৰ্য্যায়ে সহিতে
এক ঠাই হুয়া পাছে ।
পৰম আনন্দে পশিলা মন্দিৰ
দ্বিজবৰ দিব্য কাছে ॥ ২৮

## ॥ চতুৰ্থ কীৰ্ত্তন ॥

ঘোষা ॥ ত্ৰাহি ৰাম নিৰঞ্জন জীৱেৰ জীৱন
মুকুন্দ ৰাম মুৰাৰি ।
তোমাৰ চৰণে পশিলো শৰণ
নিয়োক মোক উদ্ধাৰি ॥ ৪

পদ ॥ স্বৰ্ণ কদলী মৰকত থলী
ফটিকৰ দ্বাৰ বাৰ ।
ৰত্নময় স্তম্ভ গৃহৰ আৰম্ভ
দেখি ভৈলা চমৎকাৰ ॥

দুগ্ধ ফেন সম শয্যাসৱ আছে
সোণাৰ খাটে বিছাই ।
স্বৰ্ণ আসন ভাজন যতেক
তাৰ সীমা সংখ্যা নাই ॥ ২৯

চন্দ্ৰাতপ সৱ টানিয়া আছয়
মুকুতাৰ মালা আৰি ।
দিব্য কন্যাগণে যাতায়াত কৰে
শুনি নূপুৰৰ সাৰি ॥

ৰত্নৰ অনেক প্ৰদীপ প্ৰকাশে
নজানয় ৰাত্ৰি দিন।
ইন্দ্ৰতো অধিক পাইলা সমৃদ্ধিক
গুচিল দাৰিদ্ৰ চিন ॥ ৩০

কৃষ্ণৰেসে কৃপা বোলন্ত ব্ৰাহ্মণে
আত নাহি আন হেতু।
ভকতৰ অল্প বস্তুক বিস্তৰ
কৰন্ত গৰুড়কেতু ॥
আমাৰ সন্দেশ খাইলা হৃষীকেশ
চাউল চিৰা এক মুষ্টি।
এতেকতে মোক মহা সম্পত্তিক
দিলন্ত পৰম তুষ্টি ॥ ৩১

তাহান চৰণে সৌহৃদ্য সখিত্ব
মিত্ৰ ভাৱ নুগুচোক।
জন্মে জন্মে মঞি তান দাস হৈবো
মোক মোহে নলঙ্ঘোক ॥
এহি বুলি দ্বিজে ভুঞ্জিলা পৰম
ভোগ্যক পত্নী সহিত।
কিছু কিছু কৰি বিষয় এড়ন্ত
কৃষ্ণত অৰ্পিয়া চিত্ত ॥ ৩২

অজিত বিষ্ণুক ভকতেসে জিনে
জানি বিপ্র দামোদৰ।
একচিত্ত মনে কৃষ্ণৰ চৰণে
ভৈলন্ত ধ্যান তৎপৰ॥

দৃঢ় ভক্তি কৰি ছিণ্ডি মোহ জৰী
কৰ্ম্ম বন্ধে ভৈলা হীন।
পায়া মহোদয় দেখি ব্ৰহ্মময়
কৃষ্ণতে গৈলন্ত লীন॥ ৩৩

পৰম পুৰুষ প্ৰভু নাৰায়ণ
ভকতৰ যেন নিধি।
তাহান চৰণে ভকতি কৰিলে
অৱশ্য হুইবেক সিদ্ধি॥

মাধৱৰ ইটো পৱিত্ৰ কথাক
শুনিবে যাৰ প্ৰবন্ধ।
কৃষ্ণৰ চৰণে তাৰ ভক্তি বাঢ়ে
এড়াই সিটো কৰ্ম্ম বন্ধ॥ ৩৪

ভণিল শঙ্কৰে কৃষ্ণৰ কীৰ্ত্তন
কৰিয়ো সৱে সমাজে।
ইটো কলি যুগে আন গতি নাহি
হৰিৰ নামত বাজে॥
বৃথা আয়ু যায় কৰিয়ো লোকাই
বৈকুণ্ঠে যাইবাৰ কাম।
মায়াময় ইটো বিষয় এড়িয়া
ডাকি বোলা ৰাম ৰাম॥ ৩৫

॥ দামোদৰ বিপ্ৰাখ্যান সমাপ্ত ॥

৬॥ সব্যা—শৈব্যা, ২৫॥ দীঘি—দিব্য, ৩৩॥ কৃষ্ণতে—বিষ্ণুতে।

# ॥ দৈৱকীৰ পুত্ৰ আনয়ন ॥

## ॥ প্ৰথম কীৰ্ত্তন ॥

ঘোষা ॥ ৰাম মাধৱ মুৰাৰি ।
কৃষ্ণ মুকুন্দ দৈত্যাৰি ॥ ১

পদ ॥ শুক মুনি বোলন্ত শুনিয়ো পৰীক্ষিত ।
পাপৰ অন্তক ইটো কৃষ্ণৰ চৰিত ॥
অনন্তৰে দৈৱকী শুনিলা হেন বাণী ।
গুৰুৰ মৃতক পুত্ৰ কৃষ্ণে দিলা আনি ॥ ১
হুয়া আতি বিস্ময় গুণন্ত বৰ নাৰী ।
মোৰো ছয় তনয়ক কংসে আছে মাৰি ॥
হৃদয় ব্যাকুল কৰে তাসম্বাক স্মৰি ।
চক্ষুৰ লোতক আতি পৰে সৰসৰি ॥ ২
মুখৰো নোহ্লায় মাত গদগদ বাণী ।
বুলিলা বচন ৰাম গোৱিন্দক আনি ॥
শুনিয়োক ৰাম শুনিয়োক দামোদৰ ।
জানিলো তোমৰা দুই জগত ঈশ্বৰ ॥ ৩
স্ৰজন্তাৰো স্ৰষ্ট তুমি পৰম পুৰুষ ।
কাৰ্য্যতে লক্ষিলো দুয়ো নুহিকা মানুষ ॥
খণ্ডিবাক লাগি পৃথিৱীৰ মহাভাৰ ।
মোহোৰ গৰ্ভত আসি ভৈলা অৱতাৰ ॥ ৪

জগত নিৰ্ম্মাণ কৰে তোমাৰেসে মায়া।
জানিয়া শৰণ লৈলো কৰিয়োক দায়া॥
মৰা পোক গুৰুৰ যমৰপৰা আনি।
দিলাহা দক্ষিণা যেনমতে চক্ৰপাণি॥ ৫

তেনমতে মোৰ মনোৰথ কৰা সিদ্ধি।
পৰম ঈশ্বৰ তুয়ো বিধাতাৰ বিধি॥
কংসে মাৰিলেক মোৰ পুত্ৰ ছয়গুটি।
তাসম্বাক স্মৰন্তে প্ৰাণ যায় ফুটি॥ ৬

তোমাসাব প্ৰসাদে যেৱে দেখিবাক পাও।
তেৱেসে দাৰুণ শোক সন্তাপ এড়াও॥
মাৰক মাতিলা ৰাম কৃষ্ণ দুই ভাই।
আনি দিবো পুত্ৰগণ চিন্তা এড়া আই॥ ৭

এহি বুলি ৰাম কৃষ্ণ যোগমায়া বলে।
একে নিমিষেকে গৈয়া পশিলা সুতলে॥
ত্ৰৈলোক্য মোহন দিব্যৰূপ হৃষীকেশ।
বলিৰ সভাত গই ভৈলন্ত প্ৰৱেশ॥ ৮

দেখে দৈত্যপতি আসিলন্ত বনমালী।
আথে বেথে সমাজে উঠিলা গাৰ চালি॥
আনন্দে আকুল ভৈলা কৃষ্ণ দৰশনে।
সবংশে পড়িলা গৈয়া কৃষ্ণৰ চৰণে॥ ৯

জগতৰে আত্মা মোৰ পৰম দৈৱত।
কিনো মোৰ ভাগ্য আসি ভৈলা উপগত ॥
পৰম হৰিষে নয়নৰ পড়ে পানী।
মাথাত কৰিয়া সিংহাসন দিলা আনি ॥ ১০
বলভদ্র সহিতে বসিলা তাতে হৰি।
দুইৰো পাৱ পখালিলা বলি হাতে ধৰি ॥
সবংশে শিৰত আনি লৈলা পাদোদক।
দিব্য বস্ত্র ভূষণে অৰ্চ্চিলা মাধৱক ॥ ১১
বহুবিধ সন্তৃত অমৃত ভক্ষ্য দিলা।
সবান্ধৱে আপুনাক কৃষ্ণতে অৰ্পিলা ॥
ভণিল শঙ্কৰে ধৰি কৃষ্ণৰ চৰণে।
ৰাম ৰাম ঘুষিয়োক সভাসদগণে ॥ ১২

॥ দ্বিতীয় কীৰ্ত্তন ॥

ঘোষা ॥ স্বামী মোক পাৰ কৰা করুণা সিন্ধু
সংসাৰ সাগৰে।
আউৰ আন গতি নাহিকে মাধৱ
বান্ধৱ তোমাত পৰে ॥ ২

পদ ॥ পাছে গোবিন্দক দেখি দৈত্যেন্দ্রৰ
আনন্দে চিত্ত নধৰে।

উপজিল ভাৱ শিহৰিল গাৱ
নেত্ৰত লোতক ঝৰে ॥
দুইহাতে কৃষ্ণৰ চৰণে ধৰিয়া
তাতে মাথা থাপি থৈলা।
গদগদ বাণী মুখৰ নোহ্লায়
স্তুতি কৰিবাক লৈলা ॥ ১৩
প্ৰণামো অনন্ত মহন্ত বিধাতা
প্ৰণামো কৃষ্ণ চৰণে।
সাংখ্য যোগ যিটো কৰিলা বিস্তাৰ
ব্ৰহ্মৰূপী নাৰায়ণে ॥
তথু দৰশন যদ্যপি দুৰ্লভ
নুবুঝি তোমাৰ লীলা।
আমি তামসিক অসুৰ জাতিৰ
গৃহতে আসি মিলিলা ॥ ১৪
ৰাক্ষস দানৱ দৈত্য ভূতচয়
পিশাচ প্ৰমথপতি।
তোমাক বিৰোধ কৰি অপ্ৰয়াসে
পাইলেক পৰম গতি ॥
দ্বেষত ভয়ত যিটো সিদ্ধি পাইল
তামসিক দৈত্যবাক।
সাত্বিক গুণত থাকিয়া সততে
দেৱে নপাৱন্ত তাক ॥ ১৫

আমাৰ পৰোক্ষ বান্ধৱ তুমিসি
মাধৱ জানিলো আমি।
হেন জানি মোত হুয়োক সন্তোষ
তিনিও লোকৰ স্বামী॥
গৃহ অন্ধ কূপে পড়ি আছো নাথ
কিমতে আৰু এড়াও।
ফল মূল ভুঞ্জি তোমাৰ চৰণ
চিন্তিয়া যেন বেড়াও॥ ১৬

তথু নাম মোৰ মুখে নছাড়োক
নেড়োক চিত্তে চৰণ।
হেন মনোৰথ সাধিয়ো মাধৱ
তোমাতে লৈলো শৰণ॥
ঐশ্বৰ্য্য জঞ্জাল নলাগে আমাৰ
ছিণ্ডা মোৰ মোহ পাশ।
কৰা প্ৰভু দায়া জন্মে জন্মে হৈবো
তোমাৰ দাসৰো দাস॥ ১৭
আজ্ঞা কৰিয়োক জীৱৰ ঈশ্বৰ
সম্প্ৰতি কি কৰো আমি।
হেন শুনি হাসি বলিক মাতিলা
তিনিও লোকৰ স্বামী॥

মৰীচিৰ ছয় আছিল তনয়
প্ৰথম মনুৰ দিনে।
ভৈলা সৱে দেৱ তাসম্বাৰ আগে
নাম শুনা ভিনে ভিনে ॥
স্মৰ পৰিষ্বঙ্গ উদ্গীথ পতঙ্গ
ক্ষুদ্ৰভ্ৰুক আৰো ঘৃণি।
এহি ছয়জন পৰম পৱিত্ৰ
আছে কাম ক্ৰোধ জিনি ॥
যৈসানি ব্ৰহ্মায়ে নিজ দুহিতাক
ক্ৰীড়া কৰিবাক চান্ত।
দেখি ছয়োজনে ব্ৰহ্মাক নিন্দিয়া
উপহাস্য কৰিলন্ত ॥ ১৯
অসুৰ যোনিক যাহা বুলি ব্ৰহ্মা
শাপ দিলা কোপ মনে।
হিৰণ্যকশিপু দৈত্যৰ তনয়
ভৈলা আসি ছয়োজনে ॥
পাছে দৈৱকীৰ গৰ্ভতে ছয়োক
উপজায়া যোগমায়া।
ধৰি কংস ৰায় সৱাকো বধিলা
অধৰ্ম্ম একো নচায়া ॥ ২০

আমাৰ পৰোক্ষ বান্ধৱ তুমিসি
মাধৱ জানিলো আমি।
হেন জানি মোত হুয়োক সন্তোষ
তিনিও লোকৰ স্বামী ॥
গৃহ অন্ধ কূপে পড়ি আছো নাথ
কিমতে আৰু এড়াও।
ফল মূল ভুঞ্জি তোমাৰ চৰণ
চিন্তিয়া যেন বেড়াও ॥ ১৬

তথু নাম মোৰ মুখে নছাড়োক
নেড়োক চিত্তে চৰণ।
হেন মনোৰথ সাধিয়ো মাধৱ
তোমাতে লৈলো শৰণ ॥
ঐশ্বৰ্য্য জঞ্জাল নলাগে আমাৰ
ছিণ্ডা মোৰ মোহ পাশ।
কৰা প্ৰভু দায়া জন্মে জন্মে হৈবো
তোমাৰ দাসৰো দাস ॥ ১৭
আজ্ঞা কৰিয়োক জীৱৰ ঈশ্বৰ
সম্প্ৰতি কি কৰো আমি।
হেন শুনি হাসি বলিক মাতিলা
তিনিও লোকৰ স্বামী ॥

মৰীচিৰ ছয় আছিল তনয়
প্ৰথম মনুৰ দিনে।
ভৈলা সৱে দেৱ তাসম্বাৰ আগে
নাম শুনা ভিনে ভিনে ॥
স্মৰ পৰিষ্বঙ্গ উদ্গীথ পতঙ্গ
ক্ষুদ্ৰভ্ৰুক আৰো ঘৃণি।
এহি ছয়জন পৰম পৱিত্ৰ
আছে কাম ক্ৰোধ জিনি ॥
যেমানি ব্ৰহ্মায়ে নিজ দুহিতাক
ক্ৰীড়া কৰিবাক চান্ত।
দেখি ছয়োজনে ব্ৰহ্মাক নিন্দিয়া
উপহাস্য কৰিলন্ত ॥ ১৯
অসুৰ যোনিক যাহা বুলি ব্ৰহ্মা
শাপ দিলা কোপ মনে।
হিৰণ্যকশিপু দৈত্যৰ তনয়
ভৈলা আসি ছয়োজনে ॥
পাছে দৈৱকীৰ গৰ্ভতে ছয়োক
উপজায়া যোগমায়া।
ধৰি কংস ৰায় সবাকো বধিলা
অধৰ্ম্ম একো নচায়া ॥ ২০

সম্প্ৰতি তোমাৰ কাছতে আছন্ত
ছয়ো মোৰ শ্ৰেষ্ঠ ভাই।
তাসম্বাক লাগি সদায়ে ক্ৰন্দন
কৰন্ত দৈৱকী আই॥
সৰাহাঙ্কো আজি দ্বাৰকাক নিবো
গুচাইবো মাৰৰ শোক।
মোহোৰ প্ৰসাদে শাপ এড়ায় আজি
ছয়ো যাইবে স্বৰ্গলোক॥ ২১
এহিসে কাৰণে তোমাৰ পাশক
আসি আছো দৈত্যপতি।
শুনি বলি উঠি ছয়কো আগতে
যোগাইলা কৰি ভকতি॥
কৃষ্ণৰ চৰণ দুহাতে ধৰিয়া
শিৰত অৰ্চ্চিলা তুলি।
আজিসে সমস্ত পাপ দূৰ ভৈল
জন্ম সাফলিলো বুলি॥ ২২
শুনা সৰ্ব্বজন এড়ি আন মন
স্থিৰ কৰি এক মতি।
কৃষ্ণ নাম বিনা ইটো কলি যুগে
নাহি নাহি আন গতি॥

জানিয়া কৃষ্ণৰ চৰণে শৰণ
পশিয়োঁ সুদৃঢ় মতি ।
বোলা ৰাম ৰাম ছাড়ি আন কাম
লভিবা পৰম গতি ॥ ২৩

॥ তৃতীয় কীৰ্ত্তন ॥

ঘোষা ॥ কমল লোচন কলুষ মোচন ॥ ৩

পদ ॥ পাছে বলি ৰায়ক আশ্বাস কৰি ।
সৱাহাঙ্কো লৈয়া উঠিলা হৰি ॥
দ্বাৰকাপুৰ পাইলা মহাভাগে ।
ছয়ো ভাইক দিলা মাতৃৰ আগে ॥ ২৪
ছয়ো ছৱালক দৈৱকী দেখি ।
পৰম আনন্দে চান্ত নিৰেখি ॥
নিছয়ে সৱে মোৰ পুত্ৰ বুলি ।
লৈলন্ত সৱাকো কোলাত তুলি ॥ ২৫
পুত্ৰ স্নেহে স্ৰৱে দুয়ো স্তন ।
কৰন্ত পুত্ৰৰ মুখ চুম্বন ॥
উৎসুকে পুত্ৰক পিয়ান্ত ক্ষীৰ ।
ঘ্ৰাণন্ত ঘনে ঘনে পুত্ৰ শিৰ ॥ ২৬

সম্প্ৰতি তোমাৰ কাছতে আছন্ত
ছয়ো মোৰ শ্ৰেষ্ঠ ভাই।
তাসম্বাক লাগি সদায়ে ক্ৰন্দন
কৰন্ত দৈৱকী আই ॥
সৱাহাঙ্কো আজি দ্বাৰকাক নিবো
গুচাইবো মাৱৰ শোক।
মোহোৰ প্ৰসাদে শাপ এড়ায় আজি
ছয়ো যাইবে স্বৰ্গলোক ॥ ২১
এহিসে কাৰণে তোমাৰ পাশক
আসি আছো দৈত্যপতি।
শুনি বলি উঠি ছয়কো আগতে
যোগাইলা কৰি ভকতি ॥
কৃষ্ণৰ চৰণ দুহাতে ধৰিয়া
শিৰত অৰ্চ্চিলা তুলি।
আজিসে সমস্ত পাপ দূৰ ভৈল
জন্ম সাফলিলো বুলি ॥ ২২
শুনা সৰ্ব্বজন এড়ি আন মন
স্থিৰ কৰি এক মতি।
কৃষ্ণ নাম বিনা ইটো কলি যুগে
নাহি নাহি আন গতি ॥

জানিয়া কৃষ্ণৰ চৰণে শৰণ
পশিয়োঁ সুদৃঢ় মতি ।
বোলা ৰাম ৰাম ছাড়ি আন কাম
লভিবা পৰম গতি ॥ ২৩

॥ তৃতীয় কীৰ্ত্তন ॥

ঘোষা ॥ কমল লোচন কলুষ মোচন ॥ ৩

পদ ॥ পাছে বলি বায়ক আশ্বাস কৰি ।
সৱাহাঙ্কো লৈয়া উঠিলা হৰি ॥
দ্বাৰকাপুৰ পাইলা মহাভাগে ।
ছয়ো ভাইক দিলা মাতৃৰ আগে ॥ ২৪
ছয়ো ছৱালক দৈৱকী দেখি ।
পৰম আনন্দে চান্ত নিৰেখি ॥
নিছয়ে সৱে মোৰ পুত্ৰ বুলি ।
লৈলন্ত সৱাকো কোলাত তুলি ॥ ২৫
পুত্ৰ স্নেহে স্ৰৱে দুয়ো স্তন ।
কৰন্ত পুত্ৰৰ মুখ চুম্বন ॥
উৎসুকে পুত্ৰক পিয়ান্ত ক্ষীৰ ।
ঘ্ৰাণন্ত ঘনে ঘনে পুত্ৰ শিৰ ॥ ২৬

আনন্দে দৈৱকী যেন নাচন্ত ।
ইগুটি থৈয়া আৰগুটি লন্ত ॥
বিষ্ণুৰ মায়ারে মুহিল চিত্ত ।
দৈৱকী ভৈলা অতি আনন্দিত ॥ ২৭
এক দৈৱকীৰ তন বিশেষ ।
কৃষ্ণৰ আৰো পীত অৱশেষ ॥
সন্তোষে তাক পিলা ছয়োজনে ।
কৃষ্ণৰ আৰো অঙ্গ পৰশনে ॥ ২৮
ঘোৰ ব্ৰহ্মশাপ তাহাক তৰি ।
আমি দেৱ হেন তাহাক স্মৰি ॥
পিতৃক মাতৃক কৰি বন্দন ।
পড়ি প্ৰণামিলা কৃষ্ণ চৰণ ॥ ২৯
বলোৰ চৰণে কৰিয়া সেৱ ।
স্বৰ্গক পাছে যান্ত ছয়ো দেৱ ॥
চাহি আছে লোকে নিজম পড়ি ।
ছয়োজনে যায় বিমানে চড়ি ॥ ৩০
দেখিয়া দৈৱকী ভৈল বিস্ময় ।
আসিল মোৰ মৰা পুত্ৰ ছয় ॥
স্বৰ্গক গৈল মোৰ তন খায়া ।
জানিলো সকল বিষ্ণুৰ মায়া ॥ ৩১

বোলন্ত শুকে শুনা পৰীক্ষিত।
কৃষ্ণৰ অদ্ভুত লীলা চৰিত।।
অনন্তবীৰ্য্যৰ যত মহিমা।
তাক কহি কোনে কৰিবে সীমা।। ৩২
পৰম মঙ্গল হৰি চৰিত।
জগতৰে ইটো হৰে দুৰিত।।
যিবাজনে আক শুনে শুনাৰে।
বিষ্ণুৰ প্ৰসাদে মোক্ষক পাৰে।। ৩৩
কৃষ্ণৰ কিঙ্কৰে শঙ্কৰে ভণে।
কৰিয়ো কীৰ্ত্তন সমস্ত জনে।
কলি যুগে ইটো মহা উপায়।
হৰি নাম লৈলে মুকুতি পায়।। ৩৪
বেদান্তৰো তত্ত্ব শুকৰ বাণী।
জানি হেলা এড়া সমস্তে প্ৰাণী।।
যেৰে সুখে পাইবা বৈকুণ্ঠপুৰী।
সদায় ডাকিয়া ঘুষিয়ো হৰি।। ৩৫

।। দৈৱকীৰ পুত্ৰ আনয়ন সমাপ্ত।।

---

৮।। সুতলে—পাতালে, ৯।। সমাজে—সভাৰ্য্যে।

# ॥ বেদস্তুতি ॥

## ॥ প্ৰথম কীৰ্ত্তন ॥

ঘোষা ॥ এ হৰি ৰাম হৰি অনন্ত মুৰাৰি।
ভকত বৎসল নিয়ো সেৱক উদ্ধাৰি ॥ ১

পদ ॥ জগত সংহৰি শুতি আছা নাৰায়ণ।
প্ৰথম নিশ্বাসে বাজ ভৈল বেদগণ ॥
জগাইলা বিষ্ণুক স্তুতি কৰি ভক্তিভাৱে।
যেন নট ভাটে চক্ৰৱৰ্ত্তীক জগাৱে ॥ ১
জয় জয় হৌক হৰি আনন্দ প্ৰকাশ।
সমস্ত জীৱৰ কৰা মায়াক বিনাশ ॥
তুমিসি সৱাকে দিয়া চৈতন্য শকতি।
আমি বেদগণে আত প্ৰমাণ সম্প্ৰতি ॥ ২
দশ দিগপাল সমে জগত সমস্ত।
তোমাতেসে উপজে তোমাত যায় অস্ত ॥
আতেসে সমস্ত ব্ৰহ্ম মন্ত্ৰগণে বঢ়ে।
যেন বৈত ভৰি দিলে পৃথিৱীতে পড়ে ॥ ৩
তুমিসি পৰম তত্ত্ব জানি জ্ঞানীগণে।
ছাড়ে পাশ তযু গুণ শ্ৰৱণ কীৰ্ত্তনে ॥
আনন্দ ব্ৰহ্মক যিটোজনে ভজে স্বাম
তাহাৰ মহিমা আৰ কি কহিবো আমি ॥ ৪

মনুষ্য শৰীৰ পায়া যিটো নৰগণ।
নকৰে তোমাৰ যিটো শ্ৰৱণ কীৰ্ত্তন॥
বিফলে জনম গৈল ভৈল সৰ্ব্বনাশ।
জীৱন্ততে মৰা সিটো ভাথিৰ নিশ্বাস॥ ৫
শৰীৰৰ ছয় চক্ৰ চিন্তে যিটোজন।
তাহাৰ গুচুৰা ভয় মৃত্যু নাৰায়ণ॥
হৃদিগত কৰি হৰি সম্প্ৰতি তোমাক।
কৰোহো উপাসা আমি সৱে বেদজাক॥ ৬
আপুনি স্ৰজিলা চৰাচৰ দেহা যত।
সমস্তে ঐশ্বৰ্য্য ভাৱে আছা সমস্তত॥
জীৱ অংশে তুমি প্ৰৱেশিলা গাৱে গাৱে।
আৱে আমি তোমাক ভজোহো সৰ্ব্বভাৱে॥
তোমাৰেসে অংশ আমি যত জীৱঝাক।
তোমাৰ মায়ায়ে প্ৰভু বান্ধিলে আমাক॥
দিয়ো উপদেশ ভজো তোমাৰ চৰণে।
মায়াৰ বন্ধন ছিণ্ডো শ্ৰৱণ কীৰ্ত্তনে॥ ৮
জ্ঞান অভ্যাসকো কেহো নেদেখি বিশেষ।
শ্ৰৱণ কীৰ্ত্তনে তৰে সংসাৰৰ ক্লেশ॥
তোমাৰ ভক্তৰ সঙ্গ পায়া অনুপম।
ধৰ্ম্ম অৰ্থ কাম মোক্ষ কৰে তৃণ সম॥ ৯

তুমিসি পৰম প্ৰিয় আত্মা নাৰায়ণ।
তযু পদ পঙ্কজে মজোক মোৰ মন ॥
ভাৰতে মনুষ্য জন্ম নুহিকে সেহুৰে।
তোমাক নভজি আত্মঘাত কৰি মৰে ॥ ১০
প্ৰেমভাৱে দুৰ্ল্লভ যে তোমাক স্মৰণ।
যেন তেন মতে কৰো শ্ৰৱণ কীৰ্ত্তন ॥
সদায় থাকোক মোৰ মন তযু পাৱে।
বোলা হৰি হৰি আৰে প্ৰাণ থাকে যাৱে ॥ ১১

॥ দ্বিতীয় কীৰ্ত্তন ॥

ঘোষা ॥ হৰি হৰিয়ো ক্লেশ হে
হৃষীকেশ করুণা সাগৰ।
মায়া মহোদধি মাঝে মজিলোহো
মাধৱ মোক উদ্ধৰ ॥ ২

পদ ॥ বুদ্ধি অহঙ্কাৰে আৱৰিলে আতি
মহামূঢ় ভৈলো স্বামী।
তোমাৰ অখণ্ড আনন্দ ৰূপক
কিমতে জানিবো আমি ॥
দীন দায়াশীল দিয়ো উপদেশ
তোমাৰ চৰণে ধৰো।
শ্ৰৱণ কীৰ্ত্তন স্মৰণ ভক্তিক
সদায়ে যিমতে কৰো ॥ ১২

মিছা তৰ্কবাদে ভৈল অন্ধকাৰ
তাতে ভ্ৰমো মন্দমতি।
তযু জ্ঞান পন্থ খুজিয়া নপাও
কৰা হৰি মোৰ গতি॥
তযু গুণ নাম মুখে নছাড়োক
কৃপা কৰা চক্ৰপাণি।
মাধৱ বামন গোবিন্দ বোলন্তে
মুকুত হৈবো কৈসানি॥ ১৩

তুমি সত্য ব্ৰহ্ম তোমাতে প্ৰকাশে
জগত ইটো অসন্ত।
জগততো সদা তুমিও প্ৰকাশা
অন্তৰ্য্যামী ভগৱন্ত॥
এতেকেসে জ্ঞানী গণে অৱশেষ
জগতকে বোলে হৰি।
আৰে জগজ্জীৱ তোমাৰ চৰণে
ভজো হৃদয়ত ধৰি॥ ১৪

যত তপ আছে সমস্তে কৰোক
পড়োক পৰ্ব্বতে উঠি।
সমস্তে তীৰ্থত স্নানিয়া ফুৰোক
বেদক পঢ়োক তুষ্টি॥

যত যজ্ঞ আছে সমস্তে যজোক
করোক যোগ অভ্যাস।
হৰিৰ কীৰ্ত্তন নকৰি তথাপি
নেড়ায় মৃত্যুৰ ত্ৰাস॥ ১৫

নাহি দেহেন্দ্ৰিয় সমস্তে কৰ্ত্তাৰ
শক্তিক ধৰা একলে।
তুমিসি সৰ্ব্বজ্ঞ তুমি সৰ্ব্বকৰ্ত্তা
তোমাক সেৱে সকলে॥
যেন চক্ৰৱৰ্ত্তী ৰাজাক যোগাৱে
সামৰাজে কৰ ভাৱ।
ব্ৰহ্মা আদি কৰি দেৱৰ ঈশ্বৰ
তথু পাৱে নমস্কাৰ॥ ১৬

তোমাৰেসে মায়া কৰ্ম্মে বন্দী হুয়া
সংসাৰে উপজো মৰো।
দুঃখ সাগৰত ত্ৰাণ কৰা হৰি
তোমাৰ চৰণে ধৰো॥
তুমি অন্তৰ্য্যামী সমস্ত লোকৰ
তুমি মহেশ্বৰ দেৱ।
তুমিসি সৰ্ব্বজ্ঞ নৃসিংহ তোমাক
মনে কৰো আমি সেৱ॥ ১৭

তোমাৰ অদ্বৈত ৰূপ পৰম আনন্দ পদ
তাতে মোৰ মগ্ন হোক চিত্ত।
ভৈলোহো দাসৰো দাস জানি আৰে নৰহৰি
আমাক নেড়িবা কদাচিত ॥ ২১

মুকুট কুণ্ডল যেন স্বৰ্ণৰ ভিন্ন নুহি
মিছা মা নাম ৰূপ যত
অহঙ্কাৰ পঞ্চ ভূত তোমাত পৃথক নোহে
প্ৰভু পৰমাৰ্থ বিহাৰত ॥
তোমাৰ কটাক্ষ দৃষ্টি পায়া নৃত্য কৰে মায়া
ভৰি তুলি মৰ্দ্দে মোৰ মাথ।
পৰম আতুৰ হুয়া তোমাত শৰণ লৈলো
মায়াক নিবাৰা জগন্নাথ ॥ ২২

সন্ন্যাসীৰ বেশ ধৰি লোকক বঞ্চিলো ছলে
ভৈলো ভোগ চিন্তায়ে ব্যাকুল।
ৰাত্ৰি দিনে মোহ মোৰ মনৰ নুগুচে আতি
নানাবিধ উদ্যমে আকুল ॥
অজ্ঞানী লোকৰ মান্য পায়া গৰ্ব্ব বাঢ়ি গৈল
লঙ্ঘিলোহো তোমাৰ আজ্ঞাক।
দীন অনাথক কৃপা কৰাহা পৰমানন্দ
প্ৰভু আৰে ৰাখিয়ো আমাক ॥ ২৩

॥ তৃতীয় কীৰ্ত্তন ॥

ঘোষা ॥ ৰাম হৰি কৰুণাময় তোমাৰ চৰণে ভজো।
স্বামী ভুনাই যেন সংসাৰে নমজো ॥ ৩

পদ ॥ তোমাৰ চৰণ চিন্তি যথাত ভকত থাকে
সেহি পুণ্য সেহি তীৰ্থস্থান।
তোমাৰ অমৃত কথা ধাৰায়ে বহয় যথা
তাক যিটোজনে কৰে পান ॥

এড়ায় সংসাৰ ক্লেশ কুৎসিত বিষয় সুখ
তাসম্বাৰ নাহি অভিলাষ।
একবাৰ মাত্ৰ তযু চৰণ চিন্তিলে যিটো
তাৰ সুখ নাহি গৃহবাস ॥ ২০

অসন্ত জগতখান তোমাত উদ্ভৱ ভৈল
সন্ত হেন প্ৰকাশে সদায়।
কৰ্ম্ম জড় মনুষ্যৰ মন মগ্ন ভৈল তাতে
বেদৰ নুবুঝে অভিপ্ৰায় ॥

তোমাৰ অদ্বৈত ৰূপ পৰম আনন্দ পদ
তাতে মোৰ মগ্ন হোক চিত্ত।
ভৈলোহো দাসৰো দাস জানি আৰে নৰহৰি
আমাক নেড়িবা কদাচিত ॥ ২১

মুকুট কুণ্ডল যেন স্বৰ্ণৰ ভিন্ন নুহি
মিছা মা নাম ৰূপ যত।
অহঙ্কাৰ পঞ্চ ভূত তোমাত পৃথক নোহে
প্ৰভু পৰমাৰ্থ বিহাৰত ॥

তোমাৰ কটাক্ষ দৃষ্টি পায়া নৃত্য কৰে মায়া
ভৰি তুলি মৰ্দ্দে মোৰ মাথ।
পৰম আতুৰ হুয়া তোমাত শৰণ লৈলো
মায়াক নিবাৰা জগন্নাথ ॥ ২২

সন্ন্যাসীৰ বেশ ধৰি লোকক বঞ্চিলো ছলে
ভৈলো ভোগ চিন্তায়ে ব্যাকুল।
ৰাত্ৰি দিনে মোহ মোৰ মনৰ নুগুচে আতি
নানাবিধ উদ্যমে আকুল ॥

অজ্ঞানী লোকৰ মান্য পায়া গৰ্ব্ব বাঢ়ি গৈল
লঙ্ঘিলোহো তোমাৰ আজ্ঞাক।
দীন অনাথক কৃপা কৰাহা পৰমানন্দ
প্ৰভু আৰে ৰাখিয়ো আমাক ॥ ২৩

॥ তৃতীয় কীৰ্ত্তন ॥

ঘোষা ॥ ৰাম হৰি করুণাময় তোমাৰ চৰণে ভজো।
স্বামী হুনাই যেন সংসাৰে নমজো ॥ ৩

পদ ॥ তোমাৰ চৰণ চিন্তি যথাত ভকত থাকে
সেহি পুণ্য সেহি তীৰ্থস্থান।
তোমাৰ অমৃত কথা ধাৰায়ে বহয় যথা
তাক যিটোজনে কৰে পান ॥

এড়ায় সংসাৰ ক্লেশ কুৎসিত বিষয় সুখ
তাসম্বাৰ নাহি অভিলাষ।
একবাৰ মাত্ৰ তযু চৰণ চিন্তিলে যিটো
তাৰ সুখ নাহি গৃহবাস ॥ ২০

অনন্ত জগতখান তোমাত উদ্ভৱ ভৈল
সন্ত হেন প্ৰকাশে সদায়।
কৰ্ম্ম জড় মনুষ্যৰ মন মগ্ন ভৈল তাতে
বেদৰ নুবুঝে অভিপ্ৰায় ॥

দেখি পুত্র মুখ নন্দে আনন্দে বিহ্বল।
তনয়ৰ জাতকৰ্ম্ম কৰাইলা সকল ॥
দৈত্যক বধিবে আবস্তিলা গোকুলত।
পুতনাৰ চেতন শুষিলা প্ৰথমত ॥ ৪
শকটৰ তলে থৈলা যশোদা শুৱাই।
পেহ্লাইলা পাৰে শকটক উভতাই ॥
তুলিলাহা হামি যশোদাৰ পিয়া তন।
গৰ্ভতে দেখিলা দেৱী চৌধয় ভুৱন ॥ ৫
বিস্ময় হুইয়া আখি মুদিলা সুন্দৰী।
তাত পাছে নিলা চক্ৰবাতে চুৰি কৰি ॥
গলত চেপিয়া ধৰি পেহ্লাইলা শিলাত।
মৰি গৈল দুষ্ট দৈত্য তোমাৰ লীলাত ॥ ৬
জাতকৰ্ম্ম কৰি গৰ্গ ঋষি থৈলা নাম।
গোকুলত ক্ৰীড়ন্তে ফুৰন্তে কৃষ্ণ ৰাম ॥
নাচ বুলি পাঞ্চে গোপী বজায়া চাপৰি।
কৰিলন্ত নৃত্য ভঙ্গী ভাৱে দেৱ হৰি ॥ ৭
যশোদা সুধিলা ধৰি কিয় মাটি খাইলি।
নখাও বুলিয়া বেন্ত বাইলা বনমালী ॥
গৰ্ভতে দেখিলা দেৱী ভুৱন চৌধয়।
কৰিলন্ত তুতি আতি পৰম বিস্ময় ॥ ৮

# ।। কৃষ্ণ লীলা মালা ।।

## ॥ প্ৰথম কীৰ্ত্তন ॥

ঘোষা ।। বন্ধু মাধৱ হে
তুৱা বিনা আছে আৰ তাৰক কে ।
বন্ধু মাধৱ হে ॥ ১

পদ ॥ শুক মুনি ৰজাত কহন্ত বিদ্যমান ।
কৃষ্ণ লীলা মালা আরে শুনা সাৱধান ॥
শ্ৰৱণে কীৰ্ত্তনে আৰ বৈকুণ্ঠক যায় ।
ধৰ্ম্ম অৰ্থ কাম মোক্ষ সৱে আতে পায় ॥ ১

ব্ৰহ্মায়ে প্ৰাৰ্থিলা পৃথিৱীৰ দেখি ত্ৰাস ।
লৈলা দৈৱকীৰ উদৰত হৰি বাস ॥
গৰ্ভতে বিধাতা স্তুতি কৰিলন্ত আসি ।
দৈৱকীদেৱীক বাক্য বুলিলা আশ্বাসি ॥ ২

পাছে উপজিলা নিজৰূপে দামোদৰ ।
দেখি পিতৃ মাতৃ স্তুতি কৰিলা বিস্তৰ ॥
উপৰি জন্মৰ কথা নাৰায়ণে কৈলা ।
কংস ভয়ে বসুদেৱে গোকুলত থৈলা ॥ ৩

দেখি পুত্র মুখ নন্দে আনন্দে বিহ্বল।
তনয়ৰ জাতকৰ্ম্ম কৰাইলা সকল ॥
দৈত্যক বধিবে আৰম্ভিলা গোকুলত।
পুতনাৰ চেতন শুষিলা প্ৰথমত ॥ ৪

শকটৰ তলে থৈলা যশোদা শুৱাই।
পেহ্লাইলা পাৱে শকটক উভভাই ॥
ভুলিলাহা হামি যশোদাৰ পিয়া তন।
গৰ্ভতে দেখিলা দেৱী চৌধয় ভুৱন ॥ ৫

বিস্ময় হুইয়া আখি মুদিলা সুন্দৰী।
তাত পাছে নিলা চক্ৰবাতে চুৰি কৰি ॥
গলত চেপিয়া ধৰি পেহ্লাইলা শিলাত।
মৰি গৈল দুষ্ট দৈত্য তোমাৰ লীলাত ॥ ৬

জাতকৰ্ম্ম কৰি গৰ্গ ঋষি থৈলা নাম।
গোকুলত ক্ৰীড়ন্তে ফুৰন্তে কৃষ্ণ ৰাম ॥
নাচ বুলি পাঞ্চে গোপী বজায়া চাপৰি।
কৰিলন্ত নৃত্য ভঙ্গী ভাৱে দেৱ হৰি ॥ ৭

যশোদা সুধিলা ধৰি কিয় মাটি খাইলি।
নখাও বুলিয়া বেক্ত বাইলা বনমালী ॥
গৰ্ভতে দেখিলা দেৱী ভুৱন চৌধয়।
কৰিলন্ত তুতি আতি পৰম বিস্ময় ॥ ৮

# ॥ কৃষ্ণ লীলা মালা ॥

## ॥ প্ৰথম কীৰ্ত্তন ॥

ঘোষা ॥ বন্ধু মাধৱ হে
তুৱা বিনা আছে আৰ তাৰক কে ।
বন্ধু মাধৱ হে ॥ ১

পদ ॥ শুক মুনি বজাত কহন্ত বিদ্যমান ।
কৃষ্ণ লীলা মালা আৱে শুনা সাৱধান ॥
শ্ৰৱণে কীৰ্ত্তনে আব বৈকুণ্ঠক যায় ।
ধৰ্ম্ম অৰ্থ কাম মোক্ষ সৱে আতে পায় ॥ ১

ব্ৰহ্মায়ে প্ৰাৰ্থিলা পৃথিৱীব দেখি ত্ৰাস ।
লৈলা দৈৱকীৰ উদৰত হৰি বাস ॥
গৰ্ভতে বিধাতা তুতি কৰিলন্ত আসি ।
দৈৱকীদেৱীক বাক্য বুলিলা আশ্বাসি ॥ ২

পাছে উপজিলা নিজৰূপে দামোদৰ ।
দেখি পিতৃ মাতৃ তুতি কৰিলা বিস্তৰ ॥
উপৰি জন্মৰ কথা নাৰায়ণে কৈলা ।
কংস ভয়ে বসুদেৱে গোকুলত থৈলা ॥ ৩

পত্নীৰ ভকতি দেখিয়া সৰ্ব্ব ।
ভাঙ্গিলা তাসম্বাৰ কৰ্ম্ম গৰ্ব্ব ॥
ভাঙ্গিলা কৃষ্ণে মখ মহেন্দ্রৰ ।
পূজিলা গোবৰ্দ্ধন গিৰিবৰ ॥ ২৩
কৰিলা বৃষ্টি ইন্দ্রে ক্রোধ কৰি ।
ৰাখিলা ব্ৰজ গোবৰ্দ্ধন ধৰি ॥
কৃষ্ণৰ মহিমা দেখিয়া ভয় ।
ভৈলা গোপ গোপী মহা বিস্ময় ॥ ২৪
গৰ্গৰ বাক্যক সুমৰি নন্দে ।
বৰ্ণাইলা কৃষ্ণৰ গুণ আনন্দে ॥
কৃষ্ণৰ অদ্ভুত মহিমা দেখি ।
সুৰভি ইন্দ্রে আসি অভিষেকি ॥ ২৫
গোৰ ইন্দ্র পাতি কৰি প্ৰণাম ।
থৈলন্ত কৃষ্ণৰ গোবিন্দ নাম ॥
বৰুণৰ দূতে নিলেক হৰি ।
আনিলা নন্দক কৃষ্ণে উদ্ধৰি ॥ ২৬
বিষ্ণু বুদ্ধি কৰি নন্দৰ পোক ।
দেখিল বৈকুণ্ঠ ব্ৰজৰ লোক ॥
চন্দ্ৰাৱলী ৰাত্ৰি শৰতকাল ।
আৰম্ভিলা ৰাস ক্ৰীড়া গোপাল ॥ ২৭

ব্ৰজৰ প্ৰজা বন জুইত মৰে।
ত্ৰাহি কৃষ্ণ বুলি আৰাৱ কৰে॥
নাহি ভয় বুলি অগ্নিক পিলা।
ব্ৰজক গৈলা গজেন্দ্ৰৰ লীলা॥ ১৮
হৰি কৰি ক্ৰীড়া গোপ সভাতে।
মৰাইল প্ৰলম্ব বলোৰ হাতে॥
মুঞ্জবনে গৰু গোপ পোড়ন্তে।
অনিলা কৃষ্ণে তাৰি তৈৰ হন্তে॥ ১৯
বসন্ত সমে গ্ৰীষ্মকাল গৈল।
বাৰিষা আসি উপস্থিত ভৈল॥
বলো সমে সৱে গোপক লই।
ক্ৰীড়িলা কৃষ্ণে বৃন্দাবনে গই॥ ২০
আসিল শৰত হৰিষ কৰি।
বৃন্দাবনে বেণু বজান্ত হৰি॥
গোপ সুন্দৰীৰ বস্ত্ৰক লই।
চড়িলা গোৱিন্দ কদম্বে গই॥ ২১
পাইলেক বৰ যত গোপবালা।
গোৱিন্দ গৈল যৈত যজ্ঞ শালা॥
গোৱালসকলে খুজিল অন্ন।
নেদিল অহঙ্কাৰী বিপ্ৰগণ॥ ২২

পত্নীৰ ভকতি দেখিয়া সৰ্ব্ব
ভাঙ্গিলা তাসম্বাৰ কৰ্ম্ম গৰ্ব্ব ॥
ভাঙ্গিলা কৃষ্ণে মখ মহেন্দ্ৰৰ।
পূজিলা গোবৰ্দ্ধন গিৰিবৰ ॥ ২৩
কৰিলা বৃষ্টি ইন্দ্ৰে ক্ৰোধ কৰি।
ৰাখিলা ব্ৰজ গোবৰ্দ্ধন ধৰি ॥
কৃষ্ণৰ মহিমা দেখিয়া তয়।
ভৈলা গোপ গোপী মহা বিস্ময় ॥ ২৪
গৰ্গৰ বাক্যক সুমৰি নন্দে।
বৰ্ণাইলা কৃষ্ণৰ গুণ আনন্দে ॥
কৃষ্ণৰ অদ্ভুত মহিমা দেখি।
সুৰভি ইন্দ্ৰে আসি অভিষেকি ॥ ২৫
গোৰ ইন্দ্ৰ পাতি কৰি প্ৰণাম।
থৈলন্ত কৃষ্ণৰ গোবিন্দ নাম ॥
বৰুণৰ দূতে নিলেক হৰি।
আনিলা নন্দক কৃষ্ণে উদ্ধৰি ॥ ২৬
বিষ্ণু বুদ্ধি কৰি নন্দৰ পোক।
দেখিল বৈকুণ্ঠ ব্ৰজৰ লোক ॥
চন্দ্ৰাৱলী ৰাত্ৰি শৰতকাল।
আৰম্ভিলা ৰাস ক্ৰীড়া গোপাল ॥ ২৭

ব্ৰজৰ প্ৰজা বন জুইত মৰে।
ত্ৰাহি কৃষ্ণ বুলি আৰাৱ কৰে॥
নাহি ভয় বুলি অগ্নিক পিলা।
ব্ৰজক গৈলা গজেন্দ্ৰৰ লীলা॥ ১৮
হৰি কৰি ক্ৰীড়া গোপ সভাতে।
মৰাইল প্ৰলম্ব বলোৰ হাতে॥
মুঞ্জবনে গৰু গোপ পোড়ন্তে।
অনিলা কৃষ্ণে তাৰি তৈৰ হন্তে॥ ১৯
বসন্ত সমে গ্ৰীষ্মকাল গৈল।
বাৰিষা আসি উপস্থিত ভৈল॥
বলো সমে সৰে গোপক লই।
ক্ৰীড়িলা কৃষ্ণে বৃন্দাবনে গই॥ ২০
আসিল শৰত হৰিষ কৰি।
বৃন্দাবনে বেণু বজান্ত হৰি॥
গোপ সুন্দৰীৰ বস্ত্ৰক লই।
চড়িলা গোবিন্দ কদম্বে গই॥ ২১
পাইলেক বৰ যত গোপবালা।
গোবিন্দ গৈল যৈত যজ্ঞ শালা॥
গোৱালসকলে খুজিল অন্ন।
নেদিল অহঙ্কাৰী বিপ্ৰগণ॥ ২২

ভূমিত পাড়ি কাঢ়ি লৈলা দন্ত।
কৰিলা কোবাই হস্তীৰ অন্ত ॥
কন্ধত গজ দন্ত অনুপাম।
পশিলা ৰঙ্গ শালা কৃষ্ণ বাম ॥ ৪২

চৌপাশে উপাসে গোপ কুমাৰে।
দেখিলা কৃষ্ণক দশ প্ৰকাৰে ॥
বলো মুষ্টিকক কৃষ্ণে চাণূৰ।
মাৰি মাল দুইকো কৰিলা চূৰ ॥ ৪৩

আসিল খেদি আৰো যত মাল।
কৰিলা ৰাম কৃষ্ণে তাৰো কাল ॥
নাচিলা কৃষ্ণ সমাজৰ মাজে।
পাৱে ৰুণঝুন নূপুৰ বাজে ॥ ৪৪

দেখিয়া গৰজে কংস বিশাল।
উচ্ছ্ৰিত মঞ্চত চড়ি গোপাল ॥
কেশত ধৰি তাৰ ঘণ্টা লাড়ি।
পাড়িলা ভূমিত উপৰে পড়ি ॥ ৪৫

মৰিলা কংস জগতৰ ভৰে।
পাইলেক সাৰূপ্য সিটো কৃষ্ণৰে ॥
পিতৃ মাতৃ দুইৰো বন্ধন ছোড়ি।
কৰিলা স্তুতি দুইক কৰযোড়ি ॥ ৪৬

দেখিলা অনন্ত সহস্ৰ ফেট।
কোলাত কৃষ্ণ পাইলন্ত ভেট ॥
কৰিলন্ত স্তুতি পড়ি অক্ৰূৰ।
প্ৰবেশিলা পাছে মথুৰাপুৰ ॥ ৩৭

গোপগণ সঙ্গে ৰঙ্গে মুৰাৰি।
ভ্ৰমন্তে দেখিলা মথুৰা নাৰী ॥
কন্দৰ্প কোটি যাক নোহে তুল।
সাৰি সাৰি নাৰী বৰিষে ফুল ॥ ৩৮

বধিলা ধোবাক চৰৰ অস্ত্ৰে।
বেশকাৰে আসি ভুষিলা বস্ত্ৰে ॥
পিন্ধাইলা চন্দন কুঁজী সাদৰি।
তাইৰ কুঁজ সম কৰিলা হৰি ॥ ৩৯

পিন্ধাইলা মালী অঙ্গ মুণ্ড মালা।
দিলা সুদামাক বৰ গোপাল ॥
ভাঙ্গিলা কংসৰ ধনুক ধৰি।
ৰখীয়া সেনাক বধিলা হৰি ॥ ৪০

বঞ্চিলা ৰাতি নগৰৰ মাঝে।
প্ৰভাতে শুনন্ত দুন্দুভি বাজে ॥
গৈলন্ত খেদিয়া নন্দ কুমাৰ।
কুবলয়াপীড়ে ভেটিলে দ্বাৰ ॥ ৪১

ভূমিত পাড়ি কাঢ়ি লৈলা দন্ত।
কৰিলা কোবাই হস্তীৰ অন্ত ॥
কন্ধত গজ দন্ত অনুপাম।
পশিলা ৰঙ্গ শালা কৃষ্ণ ৰাম ॥ ৪২
চৌপাশে উপাসে গোপ কুমাৰে।
দেখিলা কৃষ্ণক দশ প্ৰকাৰে ॥
বলো মুষ্টিকক কৃষ্ণে চাণূৰ।
মাৰি মাল দুইকো কৰিলা চূৰ ॥ ৪৩
আসিল খেদি আৰো যত মাল।
কৰিলা ৰাম কৃষ্ণে তাৰো কাল ॥
নাচিলা কৃষ্ণ সমাজৰ মাজে।
পাৰে ৰুণঝুন নূপুৰ বাজে ॥ ৪৪
দেখিয়া গৰজে কংস বিশাল।
উচ্ছ্ৰিত মঞ্চত চড়ি গোপাল ॥
কেশত ধৰি তাৰ ঘণ্টা লাড়ি।
পাড়িলা ভূমিত উপৰে পড়ি ॥ ৪৫
মৰিলা কংস জগতৰ ভৰে।
পাইলেক সাৰূপ্য সিটো কৃষ্ণৰে ॥
পিতৃ মাতৃ দুইৰো বন্ধন ছোড়ি।
কৰিলা স্তুতি দুইক কৰযোড়ি ॥ ৪৬

দেখিলা অনন্ত সহস্র ফেট ।
কোলাত কৃষ্ণ পাইলন্ত ভেট ॥
কৰিলন্ত স্তুতি পড়ি অক্রূৰ ।
প্ৰৱেশিলা পাছে মথুৰাপুৰ ॥ ৩৭

গোপগণ সঙ্গে ৰঙ্গে মুৰাৰি ।
ভ্ৰমন্তে দেখিলা মথুৰা নাৰী ॥
কন্দৰ্প কোটি যাক নোহে তুল ।
সাৰি সাৰি নাৰী বৰিষে ফুল ॥ ৩৮

বধিলা ধোবাক চৰৰ অস্ত্ৰে ।
বেশকাৰে আসি তুষিলা বস্ত্ৰে ॥
পিন্ধাইলা চন্দন কুঁজী সাদৰি ।
তাইৰ কুঁজ সম কৰিলা হৰি ॥ ৩৯

পিন্ধাইলা মালী অঙ্গ মুণ্ড মালা ।
দিলা সুদামাক বৰ গোপাল ॥
ভাঙ্গিলা কংসৰ ধনুক ধৰি ।
ৰথীয়া সেনাক বধিলা হৰি ॥ ৪০
বঞ্চিলা ৰাতি নগৰৰ মাঝে ।
প্ৰভাতে শুনন্ত দুন্দুভি বাজে ॥
গৈলন্ত খেদিয়া নন্দ কুমাৰ ।
কুবলয়াপীড়ে ভেন্টিলে দ্বাৰ ॥ ৪১

মথুৰাক আসি কৃষ্ণে পঠাই উদ্ধৱক।
কৰাইলা সান্ত্বনা পাছে যশোদা নন্দক ॥
গোপী সমস্তক বাক্য সন্দেশ পঠাই।
সান্ত্বনা কৰিলা কৃপাময় যদুৰায় ॥ ৫১

কুবুজাক ক্রীড়ি কৃষ্ণ জগত ঈশ্বৰ।
প্ৰৱেশিলা গোবিন্দ গৃহত অক্রূৰৰ ॥
অচ্ছিলন্ত দানপতি পায়া মাধৱক।
পাণ্ডৱৰ পাশক পঠাইল অক্রূৰক ॥ ৫২

জৰাসন্ধ ভয়ে যেন প্ৰভু যদুৰাজে।
নিৰ্ম্মিলা দ্বাৰকাপুৰী পয়োনিধি মাজে ॥
নিলা তৈতকে মথুৰাৰ প্ৰজা যোগ বলে।
মাৰিলাহা জৰাসন্ধ সেনাক সকলে ॥ ৫৩

বধিলা যৱন মুচুকুন্দক দেখাই।
কৰিলন্ত স্তুতি মুচুকুন্দ মহাৰায় ॥
দিলন্ত প্ৰসাদ তাঙ্ক পৰম ভকতি।
মুচুকুন্দ লভিলন্ত ভগৱন্ত গতি ॥ ৫৪

জৰাসন্ধ ভয়ে নৰ চেষ্টাক দেখাই।
পশিলা পলাই দ্বাৰকাত দুয়ো ভাই ॥
ৰুক্মিণী পঠাইলা গোপ্য প্ৰেমপত্ৰ লিখি।
আতি সকৰুণ ভৈল কৃষ্ণে তাঙ্ক দেখি ॥ ৫৫

বিপক্ষ নৃপতি সকলক জিনি ৰণে।
ৰুক্মকো মুণ্ডিলা চক্ৰ ধৰি নাৰায়ণে॥
দ্বাৰকাত পাতি সভা দেৱতো অধিক।
কৰিলা বিবাহ মহোৎসৱে ৰুক্মিণীক॥ ৫৬
ভৈলা কামদেৱ ৰুক্মিণীৰ গৰ্ভে জাত।
হৰিলা সম্বৰে তাক কৰিলা নিপাত॥
ভাৰ্য্যায়ে সহিতে দুনাই দ্বাৰকাক আইল।
পুত্ৰ দেখি ৰুক্মিণীৰ শৰীৰ জুড়াইল॥ ৫৭
মণি হেতু জাম্বৱন্ত জিনি যদুপতি।
স্যমন্তক সমে পাইলা কন্যা জাম্বৱতী॥
সত্ৰাজিতে দিলে সত্যভামাক ভয়ত।
মণিক যৌতুক দিলা কন্যাৰ লগত॥ ৫৮
থৈলা সত্ৰাজিতক মাধৱে মণি পুনু।
তাঙ্ক কাটি মণি পাছে নিলা শতধনু॥
অক্ৰূৰত মণি থৈয়া ঘোঁড়ায়ে পলাইল।
তাক চক্ৰে কাটি কৃষ্ণে মণিক নপাইল॥ ৫৯
দ্বাৰকা এড়িয়া পাছে পলাইল অক্ৰূৰ।
আনিলন্ত দুনাই কৃষ্ণে তাঙ্ক যদুপুৰ॥
তাৰপৰা মণি লৈয়া দেখায়া জ্ঞাতিত।
এড়াইলা দুৰ্যশ প্ৰভু পাছে বিপৰীত॥ ৬০

মিত্রবৃন্দা কালিন্দীক পাছে যদুনাহ।
ভদ্রা সত্যা লক্ষ্মণাক করিলা বিবাহ ॥
এহি অষ্ট মহিষী কৃষ্ণৰ প্ৰিয় জায়া।
বোলা হৰি হৰি তৰা সংসাৰৰ মায়া ॥ ৬১

॥ পঞ্চম কীৰ্ত্তন ॥

ঘোষা ॥ হেৰ হেলায় গৱাইলো হৰি ইহেন জনম।
নভৈল ভকতি মঞি পাতকী পৰম ॥ ৫

পদ ॥ নৰকক মাৰি ৰূপে গুণে মহা ধন্যা।
ষোড়শ হাজাৰ প্ৰভু পাইলা দিব্য কন্যা ॥
স্বৰ্গৰো আনিলা হৰি পুষ্প পাৰিজাত।
দ্বাৰত ৰুৱাইলা সত্যভামাৰ সাক্ষাত ॥ ৬২
ৰুক্মিণীক কৰিলাহা প্ৰেমে পৰিহাস।
ভৈলন্ত ভয়তে দেৱী প্ৰাণতো নৈৰাশ ॥
চতুৰ্ভুজ হৈয়া হৰি তুলি আঙ্কোৱালি।
ৰুক্মিণীক আশ্বাস কৰিলা বনমালী ॥ ৬৩
বুলিলন্ত কৃষ্ণে যত নিন্দা আপুনাক।
ওলটায়া ৰুক্মিণী বুলিলা স্তুতি বাক ॥
ভৈলা অনুৰাগ প্ৰভু চৰণত আতি।
ভৰিলা দ্বাৰকা কেশৱৰ পুত্ৰ নাতি ॥ ৬৪

বিপক্ষ নৃপতি সকলক জিনি ৰণে।
ৰুক্মকো মুণ্ডিলা চক্ৰ ধৰি নাৰায়ণে॥
দ্বাৰকাত পাতি সভা দেৱতো অধিক।
কৰিলা বিবাহ মহোৎসৱে ৰুক্মিণীক॥ ৫৬
ভৈলা কামদেৱ ৰুক্মিণীৰ গৰ্ভে জাত।
হৰিলা সম্বৰে তাক কৰিলা নিপাত॥
ভাৰ্য্যায়ে সহিতে দুনাই দ্বাৰকাক আইল।
পুত্ৰ দেখি ৰুক্মিণীৰ শৰীৰ জুড়াইল॥ ৫৭
মণি হেতু জাম্বৱন্ত জিনি যদুপতি।
স্যমন্তক সমে পাইলা কন্যা জাম্বৱতী॥
সত্ৰাজিতে দিলে সত্যভামাক ভয়ত।
মণিক যৌতুক দিলা কন্যাৰ লগত॥ ৫৮
থৈলা সত্ৰাজিততে মাধৱে মণি পুনু।
তাঙ্ক কাটি মণি পাছে নিলা শতধনু॥
অক্ৰূৰত মণি থৈয়া ঘোঁড়ায়ে পলাইল।
তাক চক্ৰে কাটি কৃষ্ণে মণিক নপাইল॥ ৫৯
দ্বাৰকা এড়িয়া পাছে পলাইল অক্ৰূৰ।
আনিলন্ত দুনাই কৃষ্ণে তাঙ্ক যদুপুৰ॥
তাৰপৰা মণি লৈয়া দেখায়া জ্ঞাতিত।
এড়াইলা দুৰ্যশ প্ৰভু পাছে বিপৰীত॥ ৬০

মিত্রবৃন্দা কালিন্দীক পাছে যদুনাহ।
ভদ্রা সত্যা লক্ষ্মণাক কৰিলা বিৱাহ ॥
এহি অষ্ট মহিষী কৃষ্ণৰ প্ৰিয় জায়া।
বোলা হৰি হৰি তৰা সংসাৰৰ মায়া ॥ ৬১

॥ পঞ্চম কীৰ্ত্তন ॥

ঘোষা ॥ হেৰ হেলায় গৱাইলো হৰি ইহেন জনম।
নভৈল ভকতি মঞি পাতকী পৰম ॥ ৫

পদ ॥ নৰকক মাৰি ৰূপে গুণে মহা ধন্যা।
ষোড়শ হাজাৰ প্ৰভু পাইলা দিব্য কন্যা ॥
স্বৰ্গৰো আনিলা হৰি পুষ্প পাৰিজাত।
দ্বাৰত ৰুৱাইলা সত্যভামাৰ সাক্ষাত ॥ ৬২
ৰুক্মিণীক কৰিলাহা প্ৰেমে পৰিহাস।
ভৈলন্ত ভয়তে দেৱী প্ৰাণতো নৈৰাশ ॥
চতুৰ্ভুজ হৈয়া হৰি তুলি আঙ্কোৱালি।
ৰুক্মিণীক আশ্বাস কৰিলা বনমালী ॥ ৬৩
বুলিলন্ত কৃষ্ণে যত নিন্দা আপুনাক।
ওলটায়া ৰুক্মিণী বুলিলা স্তুতি বাক ॥
ভৈলা অনুৰাগ প্ৰভু চৰণত আতি।
ভৰিলা দ্বাৰকা কেশৱৰ পুত্ৰ নাতি ॥ ৬৪

কৃষ্ণৰ সমান ৰূপ এ৕ৈক ভাৰ্য্যাত ।
দদশ তনয় এক ঝীৰ ভৈলা জাত ॥
বহুবিধ কৰি লীলা জগতৰে নাহে ।
ৰুক্মক মৰাইলা অনিৰুদ্ধৰ বিবাহে ॥ ৬৫

উষাক ক্ৰীড়িলা কৃষ্ণ নাতি অনিৰুদ্ধ ।
বাণক ৰাখিবে লাগি ৰুদ্ৰে দিলা যুদ্ধ ॥
লীলায়ে ভঙ্গাইলা শঙ্কৰক ঘোৰ ৰণে ।
চক্ৰবাণে বাহুক ছেদিলা নাৰায়ণে ॥ ৬৬

যুদ্ধত নৰাৰি স্তুতি কৰিলন্ত হৰে ।
নৃগ নৃপতিক উদ্ধাৰিলা তাত পৰে ॥
ক্ৰীড়িলন্ত বলভদ্ৰে গোকুলক যাই ।
যমুনাক আঝুৰিলা লাঙ্গল ভেজাই ॥ ৬৭

চক্ৰে ধৰি খেদি গৈল বাৰাণসী থান ।
সুদক্ষিণ পৌণ্ড্ৰকৰো কৃষ্ণে লৈলা প্ৰাণ ॥
ৰৈৱত গিৰিত ক্ৰীড়া কৰি হলধৰ ।
সমৰে মাৰিল দুষ্ট দ্বিবিধ বানৰ ॥ ৬৮

ধৰিলা শাম্বক কুৰু বীৰগণে চাপি ।
খুজিলেক ৰামে গৈয়া নেদিলা তথাপি ॥
হস্তিনাপুৰক কোপে উভতাও বুলি ।
লাঙ্গল ভেজায়া বলে ধৰিলন্ত তুলি ॥ ৬৯

কৃষ্ণৰ গৃহস্থ ধৰ্ম্ম দেখি ঘৰে ঘৰ ।
পৰম বিস্ময় মন ভৈলা নাৰদৰ ॥
কেৱল ঈশ্বৰ মাত্ৰ দেখি পাছে ঋষি ।
কৃষ্ণ গুণ গায়া চলি গৈলন্ত হৰিষি ॥ ৭০
নিশাত কৰন্ত কৃষ্ণে শয্যাত শয়ন ।
কণ্ঠত আলিঙ্গি শুতি থাকা পত্নীগণ ॥
ৰজনীৰ শেষ জানি বাৰে পক্ষীচয় ।
নাৰীগণো হোৱে কৃষ্ণ বিৰহত ভয় ॥ ৭১
কুকুৰা আৰাৱ কৰে তাকো পাৰে গালি ।
উঠি নিত্যকৃত্য পাছে কৰি বনমালী ॥
চৌৰাশী অধিক তেৰ হাজাৰ প্ৰমাণ ।
ঘৰে ঘৰে প্ৰতিদিনে কৰন্ত গো দান ॥ ৭২
দাৰুকে যোগান্ত ৰথ চড়ি গৈলা তাতে ।
সাত্যকি উদ্ধৱ সমে বসন্ত সভাতে ॥
চতুৰ্ভিতি বেঢ়ি পাত্ৰ মন্ত্ৰী সভাসদ ।
দেৱকাৰ্য্য সাধিবাক আসিলা নাৰদ ॥ ৭৩
জৰাসন্ধে বান্ধি আছে নৃপতি বহুত ।
কৃষ্ণত শৰণ মাগি পঠাই দিলা দূত ॥
সেই বেলা যুধিষ্ঠিৰে পঠাইলন্ত মাতি ।
মন্ত্ৰীগণ সমে কৃষ্ণে আলোচিলা ৰাতি ॥ ৭৪

উদ্ধৱ সহিতে কৃষ্ণ গৈলা ইন্দ্ৰপ্ৰস্থ ।
পূৰিলন্ত পঞ্চ পাণ্ডৱৰ মনোৰথ ॥
কৃষ্ণৰ কিঙ্কৰ কহে দুঃখ তেৰে তৰি ।
পাতক ছাড়োক ডাকি বোলা হৰি হৰি ॥ ৭৫

॥ ষষ্ঠ কীৰ্ত্তন ॥

ঘোষা ॥ পিয়ো পিয়ো ৰাম নাম অমৃত ।
বৃথা কথা কই নমৰ চিত্ত ॥ ৬

পদ ॥ যুধিষ্ঠিৰ ৰাজা কৃষ্ণক চাই ।
অচ্ছিলন্ত আতি জুনাই জুনাই ॥
ৰাজাকো কৃষ্ণে নমি প্ৰণিপাতে ।
মৰাইলা মাগধ ভীমৰ হাতে ॥ ৭৬
মেলায়া ভকত নৃপতিচয় ।
দেখাইলা নিজ ৰূপ কৃপাময় ॥
প্ৰসন্ন মুখ পঙ্কজৰ জ্যোতি ।
কৌস্তুভ কণ্ঠে গলে গজমতি ॥ ৭৭
মকৰ কুণ্ডলে উজ্জ্বল গণ্ড ।
প্ৰকাশে চাৰু চাৰি ভুজ দণ্ড ॥
কিৰীটি ৰত্ন শিৰে কৰে কান্তি ।
উৰস্থলে জ্বলে শ্ৰীবৎস পান্তি ॥ ৭৮

শ্যাম তনু তাতে পীত বসন ।
বিজুলী ৰঞ্জে যেন নৱ ঘন ॥
কটিতটে কাঞ্চী ৰত্নৰ জ্বালা ।
আপাদলম্বী গলে বনমালা ॥ ৭৯
চৰণ পঙ্কজে মঞ্জীৰ ঘোষ ।
মিলাৰে ভক্তৰ মনে সন্তোষ ॥
সম্মুখে দেখে হেন হৃষীকেশ ।
সমস্তে এড়াইলা বন্ধন ক্লেশ ॥ ৮০
আনন্দে দ্ৰৱিল সৱাৰো চিত্ত ।
লোতক ঝৰে তনু ৰোমাঞ্চিত ॥
আছিল মৰি দুনাই যেন জীল ।
আলিঙ্গিয়া যেন নয়নে পিল ॥ ৮১
চাহান্তে গৈলা অনুৰাগ চড়ি ।
প্ৰণমিলা আতি চৰণে পড়ি ॥
হৰিষতে যেন পাইলা মুকুতি ।
কৰিলা কৃষ্ণক অনেক স্তুতি ॥ ৮২
মাগিলা পৰম ভকতি দান ।
সৱাকে কৰিলা কৃষ্ণে সম্মান ॥
তুষিয়া পঠাই দিলা নিজ ঘৰ ।
ৰাজসূয়ে আসি যোগাইলা কৰ ॥ ৮৩

কৰি ৰাজসূয় যজ্ঞ নৃপতি।
অৰ্চ্চিলা কৃষ্ণক মহা ভকতি ॥
নিন্দিলে দেখি শিশুপাল বীৰ।
কাটিলে কৃষ্ণ চক্ৰ হানি শিৰ ॥ ৮৪
তাৰ তেজ পুঞ্জ আসিল লড়ি।
মিলিলা কৃষ্ণৰ চৰণে পড়ি ॥
সাৰূপ্য পায়া ভৈলা পাৰিষদ।
বিস্ময় দেখি লোক নিশবদ ॥ ৮৫
পৰম মানী দুৰ্য্যোধন ৰায়।
ভ্ৰমিলা সভাৰ সম্পত্তি চাই ॥
তুলিলা বস্ত্ৰ পানী বুলি স্থলে।
স্থল হেন বুলি পড়িলা জলে ॥ ৮৬
দ্ৰৌপদী সমে নাৰীগণে আসি।
চাপৰি বজায়া তুলিলা হাসি ॥
ভীমৰ উপহাস্যে কুৰুৰাজ।
মৰণ সমান ভৈ গৈল লাজ। ৮৭
মৃতক যেন ভৈলা কুৰুপতি।
কৃষ্ণৰ কটাক্ষে ভ্ৰমিল মতি ॥
তোলাই ইটো কোপ কুৰু ৰাজাৰ।
হৰিবো সমস্তে ভুমিৰ ভাৰ ॥ ৮৮

লাগোক বিবাদ কুৰু পাণ্ডুৱে।
নমাতি থাকিলা বসি মাধৱে॥
পাণ্ডুৱৰ হাতে সমৰ জিনি।
মৰাইলা অষ্টাদশ অক্ষৌহিণী॥ ৮৯
হৰত বৰ পায়া শাল্ব ৰাজা।
মাৰিবাক গৈলা যদুৰ প্ৰজা॥
আকাশত চলে সৌভ নগৰ।
যদু বীৰগণে দিলে সমৰ॥ ৯০
হস্তিনাপুৰ হন্তে আসি পাই।
কাটিলা শাল্বক যদুৰ ৰায়॥
ভাঙ্গিলা সৌভক ক্ষেপিয়া চক্ৰ।
বধিলা বিদুৰথ দন্তবক্ৰ॥ ৯১
তীৰ্থত স্নানিয়া ফুৰন্তে ৰাম।
সূতক বধি কৰি মন্দ কাম॥
বল্লল দৈত্যক মাৰি তহিত।
কৰিলা সূত বধ প্ৰায়শ্চিত্ত॥ ৯২
দেখিয়া তুষ্ট ভৈল ঋষিগণ।
উগ্ৰশ্ৰৱা পাইলা ব্ৰহ্ম আসন॥
কহিলা মহা ভাগৱত কথা।
বোলা হৰি হৰি নমৰা বৃথা॥ ৯৩

॥ সপ্তম কীৰ্ত্তন ॥

ঘোষা ॥ গোপীনাথ তুৱা পাৱে নৈভৈল ভকতি।
ইজন্মতো মাধৱ গৈলোহো অধোগতি ॥ ৭

পদ ॥ দ্বাৰকাক গৈলন্ত দৰিদ্ৰ দামোদৰ।
অৰ্চ্চিলন্ত কৃষ্ণে কৰি পৰম সাদৰ ॥
গুৰুগৃহে বাস কথা কৈলা মনতুষ্টি।
খাইলা তান লইয়া চাউল চিৰা একমুঠি ॥ ৯৪

এতেকে ঐশ্বৰ্য্য পাইলা ইন্দ্ৰৰো দুৰ্ল্লভ।
হেনসে ঈশ্বৰ কৃষ্ণ ভৃত্যৰ সুলভ ॥
সৰ্ব্বগ্ৰাস সূৰ্য্যৰ গ্ৰহণ আসি ভৈলা।
সমস্তে নৃপতিগণ কুৰুক্ষেত্ৰে গৈলা ॥ ৯৫

সপুত্ৰ বান্ধৱে যদুগণ গৈলা তথা।
কৈলা ৰাজাগণ অন্যোঅন্যে কৃষ্ণ কথা ॥
কৃষ্ণৰ যতেক পত্নী দ্ৰৌপদী সহিতি।
কহিলন্ত কৃষ্ণ কথা পৰম পীৰিতি ॥ ৯৬

নাৰদ প্ৰমুখ্যে মুনিগণ আইলা তয়।
অৰ্চ্চিলন্ত তাসম্বাক কৃষ্ণ কৃপাময় ॥
পিতৃৰ কৰাইলা কৃষ্ণে যজ্ঞ মহোৎসৱ।
বান্ধৱক তুষি তুষি পঠাইলা মাধৱ ॥ ৯৭

নন্দ যশোদাক মান্য কৰিলা একান্ত ।
জ্ঞানদানে গোপীক কৰিলা উপশান্ত ॥
কহিলা পিতৃত পাছে কৃষ্ণে মহাজ্ঞান ।
মৃতক পুত্ৰক দৈৱকীক দিলা দান ॥ ৯৮

অৰ্জ্জুনক আনি বিহা দিলা সুভদ্ৰাক ।
ভক্তক দেখিবে লাগি গৈলা মিথিলাক ॥
শ্ৰুতদেৱ জনকৰ পূৰি মনোৰথ ।
কৈলা উপদেশি প্ৰেম ভকতিৰ পথ ॥ ৯৯

ভকতিক পুছিলা নাৰদে মাধৱত ।
নাৰায়ণে কহিলা বেদৰ সাৰ তত্ত্ব ॥
সংসাৰক তাৰে ভকতিসি জানি মনে ।
কৈলা স্তুতি বেদ শিৰোৰত্ন মন্ত্ৰগণে ॥ ১০০

হৰি ভকতিত পাই পৰম মুকুতি ।
দিবে মাত্ৰ পাৰে আনো দেৱতা ভুকুতি ॥
ভৃগু ঋষি আসি কৰি পৰীক্ষা পূৰ্ব্বত ।
কৈলা কৃষ্ণ গুণ মুনিগণৰ আগত ॥ ১০১

মহাকালপুৰ পশি কৃষ্ণ কৃপাময় ।
আনিলন্ত বিপ্ৰৰ মৃতক পুত্ৰচয় ॥
অৰ্জ্জুনৰ অঙ্গীকাৰ কৰিলা সাফল ।
হেন নাৰায়ণ দেৱ ভকত বৎসল ॥ ১০২

## ॥ সপ্তম কীৰ্ত্তন ॥

ঘোষা ॥ গোপীনাথ তুৱা পাৱে নৈভৈল ভকতি।
ইজন্মতো মাধৱ গৈলোঁহো অধোগতি ॥ ৭

পদ ॥ দ্বাৰকাক গৈলন্ত দৰিদ্ৰ দামোদৰ।
অৰ্চ্চিলন্ত কৃষ্ণে কৰি পৰম সাদৰ ॥
গুৰুগৃহে বাস কথা কৈলা মনতুষ্টি।
খাইলা তান লইয়া চাউল চিৰা একমুঠি ॥ ৯৪

এতেকে ঐশ্বৰ্য্য পাইলা ইন্দ্ৰৰো দুৰ্ল্লভ।
হেনসে ঈশ্বৰ কৃষ্ণ ভৃত্যৰ সুলভ ॥
সৰ্ব্বগ্ৰাস সূৰ্য্যৰ গ্ৰহণ আসি ভৈলা।
সমস্তে নৃপতিগণ কুৰুক্ষেত্ৰে গৈলা ॥ ৯৫

সপুত্ৰ বান্ধৱে যদুগণ গৈলা তথা।
কৈলা ৰাজাগণ অন্যোঅন্যে কৃষ্ণ কথা ॥
কৃষ্ণৰ যতেক পত্নী দ্ৰৌপদী সহিতি।
কহিলন্ত কৃষ্ণ কথা পৰম পীৰিতি ॥ ৯৬

নাৰদ প্ৰমুখ্যে মুনিগণ আইলা তয়।
অৰ্চ্চিলন্ত তাসম্বাক কৃষ্ণ কৃপাময় ॥
পিতৃৰ কৰাইলা কৃষ্ণে যজ্ঞ মহোৎসৱ।
বান্ধৱক ভুষি ভুষি পঠাইলা মাধৱ ॥ ৯৭

নন্দ যশোদাক মান্য কৰিলা একান্ত।
জ্ঞানদানে গোপীক কৰিলা উপশান্ত॥
কহিলা পিতৃত পাছে কৃষ্ণে মহাজ্ঞান।
মৃতক পুত্ৰক দৈৱকীক দিলা দান॥ ৯৮
অৰ্জ্জুনক আনি বিহা দিলা সুভদ্ৰাক।
ভক্তক দেখিবে লাগি গৈলা মিথিলাক॥
শ্ৰুতদেৱ জনকৰ পূৰি মনোৰথ।
কৈলা উপদেশি প্ৰেম ভকতিৰ পথ॥ ৯৯
ভকতিক পুছিলা নাৰদে মাধৱত।
নাৰায়ণে কহিলা বেদৰ সাৰ তত্ত্ব॥
সংসাৰক তাৰে ভকতিসি জানি মনে।
কৈলা স্তুতি বেদ শিৰোৰত্ন মন্ত্ৰগণে॥ ১০০
হৰি ভকতিত পাই পৰম মুকুতি।
দিবে মাত্ৰ পাৰে আনো দেৱতা ভুকুতি॥
ভৃগু ঋষি আসি কৰি পৰীক্ষা পূৰ্ব্বত।
কৈলা কৃষ্ণ গুণ মুনিগণৰ আগত॥ ১০১
মহাকালপুৰ পশি কৃষ্ণ কৃপাময়।
আনিলন্ত বিপ্ৰৰ মৃতক পুত্ৰচয়॥
অৰ্জ্জুনৰ অঙ্গীকাৰ কৰিলা সাফল।
হেন নাৰায়ণ দেৱ ভকত বৎসল॥ ১০২

ষোড়শ সহস্ৰ অষ্টাধিক এক শত ।
কৃষ্ণৰ মহিষী সৱে পৰম ভকত ॥
শুনিয়োক কৃষ্ণৰ যতেক পুত্ৰ ৰাশি ।
একষষ্টি হাজাৰ লক্ষেক আৰো আশী ॥ ১০৩
তাসম্বাৰ পুত্ৰ নাতি ভৈল অপৰ্য্যন্ত ।
তাক কহি কোনে আৰে পাইবে অন্ত ॥
যদুকুলে কেশৱে আপুনি অৱতৰি ।
গঙ্গাক কৰিলা অল্প কীৰ্ত্তনত কৰি ॥ ১০৪
শত্ৰু মিত্ৰ উদাসীনে দিলা নিজ পদ ।
ভাৰ হৰি মহন্তৰ খণ্ডিলা আপদ ॥
নুহিকে আশ্চৰ্য্য ইটো কৰ্ম্ম মাধৱৰ ।
সিকালত বেকত আছিলা দামোদৰ ॥ ১০৫
আকেসে আশ্চৰ্য্য দেখো শুনা পৰীক্ষিত ।
নাম মাত্ৰ লৈলে তৰি ইটো বিপৰীত ॥
আৰো যাইবে নলাগে নৃপতি তপোবন ।
গৃহ গতি পায় কৰি শ্ৰৱণ কীৰ্ত্তন ॥ ১০৬
এহিমানে দশম স্কন্ধৰ কৃষ্ণ লীলা ।
শুক মুনি ৰাজা পৰীক্ষিতক কহিলা ॥
শঙ্কৰে ৰচিলা ধৰি কৃষ্ণৰ চৰণ ।
লীলা মালা কথা ইটো কৃষ্ণৰ কীৰ্ত্তন ॥ ১০৭

শুনা বুধজন কেন সুখে আছা বসি ।
কালে আসি পাইলে চারা মনে বিমৰিষি ॥
ই হেন মনুষ্য জন্ম বৃথা যায়আয়ু ।
কেতিক্ষণে ছুটে জানা ইটো প্রাণআয়ু ॥ ১০৮
জানি হৰি ভকতিত সবে দিয়া মতি ।
হৰি কথা শ্ৰৱণত দৃঢ় কৰা মতি ॥
কলিত কীৰ্ত্তন বিনে গতি নাহি আব ।
ডাকি হৰি হৰি বোলা তেৰেসে নিস্তাৰ ॥ ১০৯

॥ কৃষ্ণ লীলা মালা সমাপ্ত ॥

---

১৭ ॥ ভূমি—ভূমি ।

# ॥ শ্রীকৃষ্ণৰ বৈকুণ্ঠ প্ৰয়াণ ॥

## ॥ প্রথম কীৰ্ত্তন ॥

ঘোষা ॥ মাধৱ পদ্ম নাভ ভগৱন্ত ।
নাৰায়ণ নৰসিংহ অনন্ত ॥ ১

পদ ॥ বোলন্ত শুকে শুনা পৰীক্ষিত ।
এহিমতে কৃষ্ণে বলো সহিত ॥
সমস্ত দৈত্যৰ চিন্তিয়া মাৰ ।
লীলায়ে হৰিলা ভূমিৰ ভাৰ ॥ ১

গুণন্ত ত্ৰিজগত পতি পাছে ।
দুঃসহ মহা যদুবংশ আছে ॥
ত্ৰৈলোক্য বিজয় একৈক বীৰ ।
নুগুচিল কিছু ভাৰ ভূমিৰ ॥ ২

যিহেতু সৰাৰো মঞি আশ্ৰয় ।
কাহাতো হন্তে নাহি পৰাজয় ॥
কন্দল লগাই আসম্বাৰ মেলে ।
পৃথিৱীৰ ভাৰ হৰিবো হেলে ॥ ৩

এহি বুলি পাছে যাদৱ কুলে।
দিয়াইলা বিপ্ৰ শাপ প্ৰভু ছলে ॥
মিলিল অমঙ্গল দ্বাৰকাত।
সৱাৰো মনে কৰে উতপাত ॥ ৪
ব্ৰহ্মাক আৰি ত্ৰিদশ জাক।
আসিলা পাছে সৱে দ্বাৰকাক ॥
কৃষ্ণৰ দৰশন অভিলাষে।
ৰহিলা বিমান জুৰি আকাশে ॥ ৫
মহাসমৃদ্ধি দেখি দ্বাৰকাৰ।
বিস্ময় ভৈল আতি দেৱতাৰ ॥
কৃষ্ণক পাছে দৰশন পাই।
অদ্ভুত ৰূপক আছিল চাই ॥ ৬
তৃপিতি নাহি চান্ত এক দৃষ্টি।
কৰন্ত শিৰে পাৰিজাত বৃষ্টি ॥
কৃতাঞ্জলি কৰি এক যুকুতি।
তৈৰেপৰা সৱে কৰন্ত স্তুতি ॥ ৭
নমো নমো কৃষ্ণ তযু চৰণে।
যাহাক পৰম ভকতজনে ॥
হৃদয়ত চিন্তে কৰি প্ৰবন্ধ।
অপ্ৰয়াসে তৰে সংসাৰ বন্ধ ॥ ৮

ত্ৰিগুণা মায়াক কৰি আশ্ৰয় ।
আত্মাত স্ৰজ্জা যত জীৱচয় ॥
স্ৰজন পালন কৰা আপুনে ।
নপাৱে লাগ একো দোষ গুণে ॥ ৯
তোমাৰ শুনিয়া গুণ চৰিত্ৰ ।
যিমতে হোৱয় লোক পৱিত্ৰ ॥
জ্ঞানে দানে তপে বেদ আচাৰে ।
সিমতে শুদ্ধ কৰিবাক নাৰে ॥ ১০
তোমাৰ ইসৱ লীলা চৰিত ।
তাক শুনে ভণে যিটো কলিত ॥
অনেক পুৰুষ কৰি উদ্ধাৰ ।
সংসাৰ সুখে হোৱয় পাৰ ॥ ১১
ষোড়শ সহস্ৰ পত্নীসকলে ।
অনেক ভাৱ দৰশায়া ছলে ॥
মনক মথিবে নোৱাৰে যাৰ ।
হেন কৃষ্ণ পাৱে নতি আমাৰ ॥ ১২
কৃষ্ণক আগত দেখি প্ৰত্যেক ।
কৰিলেক স্তুতি আৰো অনেক ॥
নকৈলো পদ বিস্তৰক ডৰে ।
বোলা হৰি হৰি সমস্ত নৰে ॥ ১৩

## ॥ দ্বিতীয় কীৰ্ত্তন ॥

ঘোষা ॥ শিৱ সাৰঙ্গধাৰী মধুসূদন দৈত্যাৰি ॥ ২

পদ ॥ আকাশত থাকি ব্ৰহ্মা বোলে স্তুতি বাণী ।
মাতন্ত কৃষ্ণক প্ৰভু শুনা চক্ৰপাণি ॥
খণ্ডিবাক লাগি পৃথিৱীৰ মহাভাৰ ।
দৈৱকীৰ গৰ্ভে আসি ভৈলা অৱতাৰ ॥ ১৪

দুষ্ট ৰাজাগণক মাৰিলা কৰি লীলা ।
সন্তক ৰাখিলা প্ৰভু ধৰ্ম্মক থাপিলা ॥
সমস্ত লোকৰ কৰি পাপৰ প্ৰলয় ।
দশোদিশে প্ৰকাশে তোমাৰ যশচয় ॥ ১৫

যদুকুলে অৱতৰি আছা দামোদৰ ।
পঞ্চিশ অধিক গৈল শতেক বৎসৰ ॥
দেৱ কাৰ্য্য লাগে মানে সাধিলা সকলে ।
কুলকো নাশিলা প্ৰায় বিপ্ৰ শাপ ছলে ॥ ১৬

পৃথিৱীক এড়ি আৰে আসা নিজ স্থান ।
আমি সব কিঙ্কৰক কৰা পৰিত্ৰাণ ॥
মাধৱে বোলন্ত শুনিয়োক প্ৰজাপতি ।
পৃথিৱীক এড়িবে আমাৰ আছে মতি ॥ ১৭

কিন্তু যেবে যাও যদুকুল নসংহৰি ।
আৰ ভৰে ডুনাই তল যাইবে বসুন্ধৰী ॥
আগে আমি ইটো যদুকুল কৰি ক্ষয় ।
তেৰেসে চলিবো ব্ৰহ্মা তোমাৰ নিলয় ॥ ১৮
শুনি ব্ৰহ্মা প্ৰণামিল কৰি কৃতাঞ্জলি ।
ত্ৰিদশে সহিতে নিজ স্থানে গৈলা চলি ॥
দ্বাৰকাত অনেক মিলাৰে উতপাত ।
প্ৰত্যেকে দেখাৰে যেন প্ৰজাৰ বিঘাত ॥ ১৯
বুলিলন্ত বাণী কৃষ্ণে বংশক শুনাই ।
প্ৰভাসক যাইবো আমি এড়ি ইটো ঠাই ॥
তোমাৰ বংশত হুয়া আছে ঋষি শাপ ।
ঘোৰ উতপাত দেখি মিলে হৃদি তাপ ॥ ২০
আজি যাইবো প্ৰভাসক কৰিয়া উদ্যোগ ।
তৈতে স্নানি চন্দ্ৰে এড়াইলন্ত যক্ষ্মা ৰোগ ॥
দক্ষ শাপ গুচিল পাইলন্ত পূৰ্ণ কলা ।
হেন জানি যদুগণ তৈকে লাগি চলা ॥ ২১
সবংশে আমিও গৈয়া তৈতে কৰো স্নান ।
বিপ্ৰক ভোজন কৰাই দেও মহাদান ॥
দান পুণ্যে হুয়ো মহা দুৰ্গতি নিস্তাৰ ।
যেন মহা নাৱে সাগৰত কৰে পাৰ ॥ ২২

কৃষ্ণৰ বচন শুনি যত যদুগণ ।
তীৰ্থে যাইবাক সৱে কৰিল যতন ॥
লৰড়া লৰড়ি কৰি ভৈলা কাছ পাৰ ।
ৰথত তুলিলা আনি অনেক সম্ভাৰ ॥ ২৩
নিশান কোবাই সৱে এক স্থান ভৈল ।
বাল বৃদ্ধ স্ত্ৰী মাত্ৰ নগৰত ৰৈল ॥
ভণিল শঙ্কৰে কৃষ্ণ চৰণত ধৰি ।
পাতক ছাড়োক ডাকি বোলা হৰি হৰি ॥ ২৪

॥ তৃতীয় কীৰ্ত্তন ॥

ঘোষা ॥ পৰমানন্দ ৰাম জোনো ছাড়সি মোক ।
হৰি জোনো তেজি যাহা মোক ॥ ৩

পদ ॥ যাইবে যদুগণ পাছে ভক্ত উদ্ধৱৰ কাছে
বিমঙ্গল দেখি কাম্পে কায় ।
কৃষ্ণৰ বচন শুনি মনে বিমৰিষ গুণি
বুলিলন্ত সৱে অভিপ্ৰায় ॥
বিৰলত হৰিদাস কৃষ্ণৰ চাপিয়া পাশ
শিৰে প্ৰণামিলা পাৱ ছুই ।
অন্তৰ্গতে তনু তাৰে মাধৱক নম্ৰভাৱে
বুলিলন্ত কৃতাঞ্জলি হুই ॥ ২৫

যাদৱ বংশক তুমি সংহৰি এড়িবা ভূমি
অৱশ্যে জানিলো আক আমি ।
সিকাৰণে ঋষি শাপ ব্যৰ্থ নকৰিলা বাপ
তুমি হুয়া জগতৰ স্বামী ॥
তোমাৰ চৰণ এড়ি নিমিষেকো প্ৰভু হৰি
থাকিবে নৱাৰো একো স্থান ।
তুমি এড়িলাত মোৰ মিলিবে সন্তাপ ঘোৰ
অৱশ্যে ছাড়িবো মোৰ প্ৰাণ ॥ ২৬
তুমি তপ জপ পুণ্য তুমি বিনা দেখো শূন্য
দিনতে আন্ধাৰ ত্ৰিজগত ।
অনেক কাপুৰ্ণ্য কৰো তুয়ো চৰণত ধৰো
লৈয়া যায়ো আমাক লগত ॥
সম্যকে অমৃতময় তোমাৰ চৰিত্ৰচয়
তাক মাত্ৰ শুনে যিটো নৰে ।
তাহাৰে উপজে ভাৱ নছাড়ে তোমাৰ পাৱ
আন বিষয়ক পৰিহৰে ॥ ২৭
শয়নে ভোজনে স্নানে তোমাৰ ৰহস্য স্থানে
সদা সেৱা কৰি থাকো আমি ।
তুমি জীৱ তুমি প্ৰাণ তুমি বিনা নাহি আন
কিমতে বৰ্ত্তিবো আৰে স্বামী ॥

অৱশেষ উপহাৰ ছাড় বস্ত্ৰ অলঙ্কাৰ
তোমাৰেসে পিন্ধো সৰ্ব্বদায় ।
তোমাৰ উচ্ছিষ্ট খায়া তৰিবো দুস্তৰ মায়া
হেনসে আছিল অভিপ্ৰায় ॥ ২৮

যোগীগণে শ্ৰম কৰি প্ৰবন্ধে সমাধি ধৰি
সৱে কৰ্ম্ম বন্ধ কৰি ক্ষীণ ।
তেজিয়া সংসাৰ নয় দেখে সৱে ব্ৰহ্মময়
তেৱেঁসে তোমাত যায় লীন ॥

আমি যত গৃহবাসী কৰ্ম্ম পথে ভ্ৰমো আসি
ভজিলোহো চৰণ তোমাৰ ।
তোমাক হিয়াত স্মৰি তোমাৰ কীৰ্ত্তন কৰি
তোমাৰ কথায়ে হুইবো পাৰ ॥ ২৯

চৰণ ছত্ৰক ইটো উপাসিয়া থাকে যিটো
সিটো এড়াই সংসাৰৰ তাপ ।
হেন পাদপদ্ম এড়ি ক্ষেণেকো নিজীৱো হৰি
নিয়ো লগে জগতৰ বাপ ॥

অনেক কাপুৰ্ণ্য কৰি কৃষ্ণৰ আগত পড়ি
জুড়িলন্ত উদ্ধৱে ক্ৰন্দন ।
দেখি দুঃখ ভকতৰ আশ্বাসিলা দামোদৰ
উদ্ধৱক বুলিলা বচন ॥ ৩০

স্বৰূপ জানিলা তুমি এড়িবাক চাও ভূমি
সংহৰিলো পৃথিৱীৰ ভাৰ ।
দেৱৰো সাধিলো কাজ তোমাত নাহিকে বাজ
কুলৰো চিন্তিলো মহামাৰ ॥
সাত দিন অৱসানে সমস্তে দ্বাৰকা মানে
সাগৰৰ জলে যাইবে তল ।
আমি এড়িলাত ভূমি ঐত নথাকিবা তুমি
লোকত মিলিবে বিমঙ্গল ॥ ৩১
পীড়িবে দুৰ্জ্জন কলি সত্বৰে যায়োক চলি
এড়া বন্ধু বান্ধৱৰ স্নেহ ।
মঞি আত্মা হেন জানি আমাক বান্ধৱ মানি
দেখা ভিন আপুনাৰ দেহ ॥
যত দেখা যত শুনা যতেক মনত গুণা
সবে মায়াময় স্বপ্ন সম ।
সমস্তে জগতে হৰি জানিবা নিছয় কৰি
গুচায়ো বুদ্ধিৰ ইটো ভ্ৰম ॥ ৩২
জ্ঞান যোগ কৰ্ম্ম যোগ পৰম ভকতি যোগ
সমস্ত কহিলা উদ্ধৱত ।
সাংখ্য যোগ যত আছে উদ্ধৱে জানিলা পাছে
মাধৱৰ পাদ প্ৰসাদত ॥

দুনাই পুটাঞ্জলি ধৰি কৃষ্ণক প্ৰণাম কৰি
বুলিলন্ত হুয়া নম্ৰ কায়া।
জানিলোঁ তুমিসি সঞ্চা আন যত সবে মিছা
তথাপি দুস্ত্যজ মোহমায়া ॥ ৩৩
বিষয়ৰ দুঃখ জানি তথাপিতো একো প্ৰাণী
নেড়ে দুনাই তাকে ভুঞ্জি মৰে।
গলত বান্ধিয়া পাঘে কাটিবাক নেন্তে ছাগে
যেন নিৰ্লজ্জতা আতি কৰে ॥
অনেক ভৎ´সনি পাই উচ্ছিষ্ট ভুঞ্জিবে যাই
যেন আতি কুকুৰ নিৰ্গতে।
কহিয়োক স্বৰূপত ইটো ঘোৰ বিষয়ত
বিৰকতি হোৱে কেনমতে ॥ ৩৪

॥ চতুৰ্থ কীৰ্ত্তন ॥

ঘোষা ॥ **নৰহৰি কি এ ৰাম নিস্তাৰিয়া নিয়ো নাৰায়ণ।
মাথাত ধৰিবো তুলি তোমাৰ চৰণ ॥ 8**

**পদ** ॥ উদ্ধৱক সম্বুধি মাতন্ত কৃষ্ণে পাছে।
কৰ্ম্ম বন্ধ এড়াইবে প্ৰবন্ধ যাৰ আছে ॥
বৈষ্ণৱৰ সঙ্গ সিটো লৈবে প্ৰথমত।
মোহোৰ চৰিত্ৰ শুনিবেক ভকতত ॥ ৩৫

মোৰ নাম কীৰ্ত্তন কৰিবে সৰ্ব্বক্ষণে ।
হৃদয়ত মোৰ ৰূপ চিন্তিবে যতনে ॥
মোৰ যশ গায়া যিটো কৰে গীত নৃত্য ॥
নাহি তাৰ চিন্তা সিটো ভৈল কৃতকৃত্য ॥ ৩৬
শুনিয়োে উদ্ধৱ আৰে ৰহস্য ভকতি ।
কৰিবা অভ্যাস তুমি থিৰ কৰি মতি ॥
সমস্তে ভূততে ব্যাপি আছো মঞি হৰি ।
সৱাকো মানিবা তুমি বিষ্ণু বুদ্ধি কৰি ॥ ৩৭
ব্ৰাহ্মণৰ চাণ্ডালৰ নিবিচাৰি কুল ।
দাতাত চোৰত যেন দৃষ্টি এক তুল ॥
নীচত সাধুত যাৰ ভৈল এক জ্ঞান ।
তাহাকেসে পণ্ডিত বুলিয় সৰ্ব্বজন ॥ ৩৮
বিশেষত মনুষ্যগণত যিটো নৰে ।
বিষ্ণুবুদ্ধি সৰ্ব্বদায় মোকে মান্য কৰে ॥
ঈৰিষা অসূয়া তিৰস্কাৰ অহঙ্কাৰ ।
সবে নষ্ট হোৱে তেৱে তাৰক্ষণে তাৰ ॥ ৩৯
দেখি সখিগণে জোনো হাসে সৱে বেঢ়ি ।
মঞি সাধু ইটো চোৰ হেন লজ্জা এড়ি ॥
কুকুৰ চাণ্ডাল গৰ্দ্দভৰো আত্মাৰাম ।
জানিয়া সৱাকো পড়ি কৰিবা প্ৰণাম ॥ ৪০

সমস্ত ভূতত বিষ্ণুবুদ্ধি নোহে যাৰে।
কায় বাক্য মনে অভ্যাসিবা এহি ভাৰে॥
বিষ্ণুময় দেখে যিটো সমস্ত জগতে।
জীৱন্তে মুকুত হোৱে অচিৰ কালতে॥ ৪১
সকল প্ৰাণীক দেখিবেক আত্মসম।
উপায় মধ্যত ইটো আতি মুখ্যতম॥
মোৰ ইটো ধৰ্ম্মৰ অল্পৰো নাহি হানি।
যিহেতু সম্যকে মই কৈলো তত্ত্ববাণী॥ ৪২
দাম্ভিক শঠত নকহিবা ইটো তত্ত্ব।
সদা উপদেশ দিয়া বৈষ্ণৱ জনক॥
স্ত্ৰী শূদ্ৰো কৰে যদি আমাত ভকতি।
তাহাত কহিবা ইটো জ্ঞান মহামতি॥ ৪৩
আক ভক্তি কৰি পঢ়ে যিটো জ্ঞানী লোকে।
মহা শুদ্ধ হুয়া জ্ঞানদীপে দেখে মোকে॥
জানিলা উদ্ধৱ আৰে দিলো উপদেশ।
তোমাৰ কি শোক মোহ গুচিল নিঃশেষ॥ ৪৪
ব্ৰহ্মা হৰ হলায়ুধ লক্ষ্মী প্ৰিয় জায়া।
পৰম সুন্দৰ মোৰ [illegible]খা ইটো কায়া॥
সবাতো অধিক তুমি [illegible]মাৰ প্ৰিয়তম।
নাহি আন বান্ধৱ উদ্ধ[illegible] তুমি সম॥ ৪৫

ভকতেসে মোৰ হৃদি জানিবা নিছয় ।
ভকতজনৰ জানা আমিসি হৃদয় ॥
মঞি বিনা ভকতে নিচিন্তে কিছু আন ।
ভকতত পৰে মই নেদেখোহো আন ॥ ৪৬

॥ পঞ্চম কীৰ্ত্তন ॥

ঘোষা ॥ কমলাপতি হৌক গতি ৰাম ।
মোৰ মতি তোমাৰ চৰণে ॥ ৫

পদ ॥ উদ্ধৱে কৃষ্ণৰ শুনি বাণী ।
কৃতাঞ্জলি ভৈলা মহামানী ॥
মাতিবে নৱাৰি আছা ৰহি ।
চক্ষুৰ লোতক পড়ে বহি ॥ ৪৭

স্নেহত আকুল কৰে মন ।
ধৈৰ্য্য ধৰি ভৈলা সন্ধুক্ষণ ॥
আগ বাঢ়ি গৈলা ধীৰে ধীৰে ।
কৃষ্ণৰ চৰণ ছুয়া শিৰে ॥ ৪৮

বুলিলা কৰিয়া নমস্কাৰ ।
গুচাইলা মোহ অহঙ্কাৰ ॥
সূৰ্য্যৰ কাছত যিটো থাকে ।
তাক কি আন্ধাৰে আৰ ঢাকে ॥ ৪৯

কিনো কৃপা ভৃত্যক কৰিলা ।
বিজ্ঞান প্ৰদীপ মোক দিলা ॥
প্ৰভু এড়ি তোমাৰ পাৰক ।
কোনজনে ভজিবে আনক ॥ ৫০

ছিণ্ডিলা সুদৃঢ় মোহ পাশ ।
বিষয়ত কৰিলা উদাস ॥
দূৰ ভৈল বান্ধৱৰ স্নেহ ।
দেখো ভিন আপুনাৰ দেহ ॥ ৫১

নমো নমো যোগেশ্বৰ হৰি ।
ভৃত্যক শিখাৱা ভাল কৰি ॥
মুক্ত অৱস্থাত মোৰ মন ।
নেড়ে যেন তোমাৰ চৰণ ॥ ৫২

মাধৱে বোলন্ত এহি হোক ।
বদৰিকাশ্ৰমক যায়োক ॥
অলকানন্দাৰ দৰশনে ।
এড়িবে সমস্ত পাপগণে ॥ ৫৩

পিন্ধিবাহা বাকলি বসন ।
বন্য ফল কৰিবা ভোজন ॥

থকিবাহা ইন্দ্রিয়ক দমি।
হৈবা শান্ত মনক নিয়মি ॥ ৫৪

আমাক স্মৰিবা বাক্যে মনে।
মোৰ ধৰ্ম্ম কৰিবা যতনে ॥
সংসাৰৰ দোষে হৈবা হীন।
তেৱে চিত্ত মোতে যাইব লীন ॥ ৫৫

যিটো জ্ঞান শিখাইলো তোমাক।
বিচাৰিয়া অভ্যাসিবা তাক ॥
পাইবা তাৰ অল্পতে প্ৰমাণ।
এতিক্ষণে এড়া ইটো থান ॥ ৫৬

তৰিবা সংসাৰ ঘোৰ ক্লেশ।
দিবাহা আনকো উপদেশ ॥
ভণিলা শঙ্কৰে কৃষ্ণপদে।
হৰি হৰি বোলা সভাসদে ॥ ৫৭

॥ ষষ্ঠ কীৰ্ত্তন ॥

ত্ৰাহি হৰি জগন্নাথ ॥ ৬

**পদ** ॥ হেন যেৱে বুলিলা মাধৱে।
করযোড়ে উঠিলা উদ্ধৱে ॥

বান্ধৱৰ স্নেহে ভৈলা হীন ।
কৰিলা কৃষ্ণক প্ৰদক্ষিণ ॥ ৫৮
পড়ি প্ৰণামিল মহাবীৰ ।
কৃষ্ণৰ চৰণে থৈয়া শিৰ ॥
স্নেহে ভৈল আকুল স্বভাৱ ।
লোতকে তিয়াইলা দুয়ো পাৱ ॥ ৫৯
আজি এড়ো প্ৰভুৰ চৰণ ।
এহি বুলি যুড়িলা ক্ৰন্দন ॥
যদ্যপি জানিলা মহাজ্ঞান ।
তথাপিতো ছাড়ে যেন প্ৰাণ ॥ ৬০
ভৈলন্ত বিহ্বল আতি স্নেহে ।
যাইবাক খোজন্তে হৃদি দহে ॥
কৃষ্ণক এড়িবে নপাৰন্ত ।
চৰণত পড়িয়া কান্দন্ত ॥ ৬১
হৃদি তাপ কৰন্ত উদ্ধৱে ।
লড়া লড়া বোলন্ত মাধৱে ॥
কৃষ্ণৰ সুদৃঢ় আজ্ঞা জানি ।
উঠি আখি মুচি মহামানী ॥ ৬২
প্ৰভুৰ পাদুকা শিৰে বান্ধি ।
প্ৰণামি লড়িলা কান্দি কান্দি ॥

আগক নবাঢ়ে তান ভৰি ।
কৰন্ত প্ৰণাম পড়ি পড়ি ॥ ৬৩
উঠি যান্ত ভৰি পাঞ্চ ছয় ।
আৰকা পৰন্ত মহাশয় ॥
কৃষ্ণৰ চৰণ এড়ি যান্ত ।
নযায় ভৰি উলটি চাহান্ত ॥ ৬৪
ধৰিবাক নৱাৰন্ত চিত্ত ।
দণ্ডৱতে পড়ন্ত ভূমিত ॥
তুনাই উঠি কৰন্ত গমন ।
কৃষ্ণৰ বিয়োগে দহে মন ॥ ৬৫
কৃষ্ণে যিটো শিখাইলন্ত জ্ঞান ।
কৰিলা হৃদয়ে তাক ধ্যান ॥
কৃষ্ণৰ খৰম মাথে লৈয়া ।
দ্বাৰকাৰ বাজ ভৈলা গৈয়া ॥ ৬৬
যাদৱ বংশক কৃষ্ণে আনি ।
বুলিলা মাধৱে হেন বাণী ॥
দেখা কেন ঘোৰ উতপাত ।
দ্বাৰকাত মিলিবে বিঘাত ॥ ৬৭
স্ত্ৰী বাল বৃদ্ধ আছে যত ।
থাকোক ৰহিয়া দ্বাৰকাত ॥

প্ৰভাসক চলি যাও আমি।
স্নান দান কৰো জলে নামি ॥ ৬৮
দানেসে দুৰ্গতি সবে হৰে।
ঐৰ আসা অন্তৰো সত্বৰে ॥
শুনি বাল বৃদ্ধ তিৰী যত।
সবে আসি বৈলা দ্বাৰকাত ॥ ৬৯
যতেক পুৰুষ বলিয়াৰ।
নাৱে ভৈলা সাগৰৰ পাৰ ॥
ৰথে চড়ি গৈলা প্ৰভাসক।
অৰ্চ্চিলন্ত দেৱ ব্ৰাহ্মণক ॥ ৭০
কৃষ্ণকথা শুনা সৰ্ব্বজনে।
উদ্ধাৰিবে কৃষ্ণৰ কীৰ্ত্তনে ॥
মোক্ষ পাইবা গৃহবাসে থাকি।
জানি হৰি হৰি বোলা ডাকি ॥ ৭১

॥ সপ্তম কীৰ্ত্তন ॥

ঘোষা ॥ মন শ্ৰীৰাম কৃষ্ণ হৰি বুলিয়ো যতনে।
ধৰিয়ো একান্ত চিত্তে কৃষ্ণৰ চৰণে ॥ ৭

পদ ॥ ভৈল কাল গ্ৰস্ত সবে যত যদুঝাক।
গণ্ডগোল কৰি পিলে বাৰুণী সুৰাক ॥

মাধৱৰ মায়ায়ে কৰিল বুদ্ধি হত।
মগ্ন লাগি ভৈল সৱে পৰম উন্মত্ত ॥ ৭২
উঠিল পৰম ক্ৰোধ হৰিল চেতন।
অন্যো অন্যে কৰে সৱে অনেক তৰ্জ্জন ॥
অস্ত্ৰ শস্ত্ৰ ধৰি লৱে ৰণত প্ৰবুদ্ধ।
আপুনাৰ মাজত লগাইলে ঘোৰ যুদ্ধ ॥ ৭৩
টঙ্কাৰিয়া ধনুক বৰিষে শৰ ধাৰে।
গদা মুদ্গৰ অসি পৰশু প্ৰহাৰে ॥
সাম্ব কামদেৱৰ লাগিল ঘোৰ যুদ্ধ।
কৰে ঘোৰ সমৰ সাত্যকি অনিৰুদ্ধ ॥ ৭৪
সুভদ্ৰ সংগ্ৰামজিতে কৰে হুলস্থুল।
সুমিত্ৰ সুৰথে দুয়ো কৰন্ত তুমুল ॥
উল্মুকে নিশঠে ভৈল দুৰ্ঘোৰ কন্দল।
শতজিত সমে যুঞ্জে ভানু মহাবল ॥ ৭৫
অক্ৰূৰে সহিত কৃতবৰ্ম্মা মহাবীৰ।
কৰন্ত সমৰ সৱে কম্পিত শৰীৰ ॥
ভৈলা সৱে উন্মত্ত চেতন নাহি গাত।
বৰিষন্ত নিশিত সায়ক অসংখ্যাত ॥ ৭৬
পৰিঘ পট্টিশ অসি কৰন্ত প্ৰহাৰ।
অন্যে অন্যে শত্ৰু বুদ্ধি চিন্তে মহামাৰ ॥

তৰ্জ্জয় গৰ্জ্জয় কতো কৰে হাতা হাতি।
মাধৱৰ মায়ায়ে মোহিত ভৈল আতি ॥ ৭৭
ভোজ বৃষ্ণি অন্ধক সাত্বত যদুবংশ।
বিষ্ণুৰ মায়ায়ে সবে ভৈল বুদ্ধিভ্ৰংশ ॥
হুয়া আতি বিস্মৃতি পিতৃক পুত্ৰে মাৰে।
শশুৰে জমাইক ভাই ভ্ৰাতৃক প্ৰহাৰে ॥ ৭৮
শ্যালক ভিনিনি মাৰে আৰ্য্যকক নাতি।
খুড়াতে ভাতিজা কটাকটি কৰে আতি ॥
মিত্ৰে মিত্ৰে কৰে যুদ্ধ ভাগিনে মাতুলে।
সুহৃদ সোদৰ যেন নচাৰে বাতুলে ॥ ৭৯
টুকুৰাইল অস্ত্ৰ ধনু ভাঙ্গিল কোবত।
প্ৰহাৰে মাচুৰি ধৰি পৰম ক্ৰোধত ॥
শৰীৰত পড়ে যেন বজ্ৰৰ সন্ধান।
বিমূৰ্চ্ছিত হুয়া যদুগণে ছাড়ে প্ৰাণ ॥ ৮০
পাছে ৰাম কৃষ্ণ উঠি হাতক উচাই।
মাজ পশি সবাকো বাধন্ত দুয়ো ভাই ॥
দেখি যদু বীৰগণো ক্ৰোধে খেদি গৈল।
শত্ৰু বুদ্ধি তাসম্বাক মাৰিবাক লৈল ॥ ৮১
খঙ্গি ৰাম মাধৱে মাচুৰি লৈলা তুলি।
অনেক যাদৱী সেনা মাৰিলা সমূলি ॥

বিপ্ৰ শাপে অন্যোঅন্যে বংশ ভৈল ছন ।
বাংশৰ অগনি যেন পোড়ে বাংশ বন ॥ ৮২
সাগৰৰ তীৰক ঢাকিল মৰা শৰে ।
আৰেসে গুচিল ভাৰ জানিলা মাধৱে ॥
পাছে বলভদ্ৰ গৈল সাগৰৰ তীৰ ।
যোগ চিন্তি এড়িলন্ত মনুষ্য শৰীৰ ॥ ৮৩
কৃষ্ণৰ অদ্ভুত লীলা শুনা সৰ্ব্বজন ।
প্ৰাণ থাকে মানে কেহো নেড়িবা কীৰ্ত্তন ॥
হেন জানা অন্তকে কেশত আছে ধৰি ।
ছাড়োক যমৰ দায় ডাকি বোলা হৰি ॥ ৮৪

## ॥ অষ্টম কীৰ্ত্তন ॥

ঘোষা ॥ **হৰি হৰি বোলা মুখে ।**
**সংসাৰ তৰিয়ো সুখে ॥ ৮**

পদ ॥ দেখিলা কৃষ্ণে ৰাম মহাভাগ ।
কৰিলা যোগ বলে তনু ত্যাগ ॥
মাধৱো পাছে প্ৰভাসৰ জলে ।
স্নান কৰি গৈলা অশ্বত্থ তলে ॥ ৮৫

মাটিত বসিয়া ভৈলন্ত চুপ।
ধৰিলা দিব্য চতুৰ্ভুজ ৰূপ ॥
দেহৰো জ্যোতি জ্বলে দিশ পাশ।
বিধূম বহ্নিৰ যেন প্ৰকাশ ॥ ৮৬
নৱ মেঘ যেন শ্যাম আকৃতি।
তাতে পীত বস্ত্ৰে কৰে দীপিতি ॥
বদন পঙ্কজ আছে প্ৰকাশি।
নুগুচে সদায় ঈষত হাসি ॥ ৮৭
প্ৰকাশে কপালে অলকা পান্তি।
পদ্মক নিন্দে নয়ন কান্তি ॥
কিৰীটি শিৰে সম নাহি তুলে।
কৰ্ণত মকৰ কুণ্ডল ঢুলে ॥ ৮৮
আজানুলম্বী চাৰু চাৰি হাত।
কেয়ূৰ কঙ্কণে প্ৰকাশে তাত ॥
অঙ্গুলিগণক দেখন্তে তুষ্টি।
ৰত্নময় পিন্ধি আছে আঙ্গুষ্ঠি ॥ ৮৯
কম্বু কণ্ঠে আতি কৌস্তুভ জ্বলে।
মুকুতা হাৰ শোভে উৰঃস্থলে ॥
গলত বনমালা কৰে কান্তি।
হিয়াত প্ৰকাশে শ্ৰীবৎস পান্তি ॥ ৯০

কান্ধে নৱগুণ উত্তৰী পীত।
ৰত্নৰ মেখলা জ্বলে কটিত ॥
নূপুৰে ৰঞ্জে পাদ পদ্ম দুই।
ভকতে যাক দেখি সুখী হুই ॥ ৯১
যতেক অস্ত্র চক্র আদি কৰি।
চৌপাশে উপাসন্ত মূৰ্ত্তি ধৰি ॥
দক্ষিণ উৰুত থৈয়া চৰণ।
বসি আছে হৰি ধৰি আসন ॥ ৯২
মৃগ মুখাকাৰ দেখিয়া ভৰি।
মাৰিল ব্যাধে শৰ লক্ষ্য কৰি ॥
সন্ধানে কৃষ্ণৰ পাৱক ভেদি।
পড়িল বুলি ব্যাধ আইল খেদি ॥ ৯৩
দেখে বসি আছে জগনিৱাস।
পেলাইল ধনু হুয়া মহাত্রাস ॥
ডৰিল জীৱ যেন ভৈল মৰা।
কৃষ্ণৰ আগত পড়িল জৰা ॥ ৯৪
শুনা সৰ্ব্বজনে হৰি চৰিত।
আত পৰে ধৰ্ম্ম নাহি কলিত ॥
কৃষ্ণৰ কিঙ্কৰে কহে শঙ্কৰে।
বোলা হৰি হৰি সমস্ত নৰে ॥ ৯৫

॥ নৱম কীৰ্ত্তন ॥

ঘোষা ॥ প্ৰণামো ৰাম প্ৰভু পদ্মপাণি ॥ ৯

পদ ॥ অনেক বিনয় কৰিল ব্যাধ ।
ক্ষমিয়ো হৰি মোৰ অপৰাধ ॥
অধম মঞিঃ পাপী দামোদৰ ।
নজানি তোমাক কৰিলো শৰ ॥ ৯৬
মনুষ্য লোকত যত অজ্ঞান ।
যাহাক স্মৰণে কৰে নিৰ্য্যাণ ॥
হেন মাধৱৰ দ্ৰোহ আচৰি ।
কেনে জীও এৰে নগৈলো মৰি ॥ ৯৭
চাহিবে নলাগে কাটিয়ো মোক ।
পাপীৰ মোৰ প্ৰায়চিত্ত হোক ॥
আউৰ যেন মই অধম পাপ ।
নকৰো মহন্তক উপতাপ ॥ ৯৮
শঙ্কৰ ব্ৰহ্মা আদি দেৱগণ ।
যাহাৰ মায়ায়ে মোহিত মন ॥
নজানন্ত যাৰ চৰিত্ৰ আতি ।
জানিবো কিবা আমি অন্ত্য জাতি ॥ ৯৯
মাধৱে বোলন্ত শুনিয়ো জৰা ।
উঠিয়ো সত্বৰে ভয় নকৰা ॥

কৰিলা আমাৰ বাঞ্ছা সফল ।
মোৰ বৰে আৰে স্বৰ্গক চল ॥ ১০০
শুনিয়া মাধৱক ভয়ে হীন ।
কৰিলা তিনিবাৰ প্ৰদক্ষিণ ॥
প্ৰণামিয়া পাছে বিমানে চড়ি ।
সশৰীৰে গৈল স্বৰ্গক লড়ি ॥ ১০১
কৃষ্ণৰ সাৰথি পাছে দাৰুকে ।
ৰথে চৰি চাই ফুৰে নিচুকে ॥
কৃষ্ণক বিচাৰ কৰি প্ৰবন্ধে ।
পাইলন্ত গৈয়া তুলসীৰ গন্ধে ১০২ ॥
সন্মুখ হুয়া দেখিলন্ত পাছে ।
মুৰ্ত্তি ধৰি অস্ত্ৰ চৌপাশে আছে ॥
প্ৰকাশে দেহা যেন পূৰ্ণ শশী ।
অশ্বত্থ তলত আছন্ত বসি ॥ ১০৩
বজাইলা লোতক আকুলভাৱে ।
পড়িলা দাৰুক কৃষ্ণৰ পাৱে ॥
কান্দিলা হুমহুমি অধোমুখে ।
মাতিলা পাছে মহা মন দুঃখে ॥ ১০৪
তোমাৰ চৰণ নেদেখি স্বামী ।
গুচিল চক্ষু অন্ধ ভৈলো আমি ॥

নজানোহো একো দিশ বিদিশ ।
নাহি সুখ শান্তি জগত ঈশ ॥ ১০৫
যেন চন্দ্ৰ বিনে ৰাতি আন্ধাৰ ।
তুমি মুখ্য প্ৰভু প্ৰাণ আমাৰ ॥
কৃষ্ণৰ কিঙ্কৰে শঙ্কৰে ভণে ।
বোলা হৰি হৰি সমস্ত জনে ॥ ১০৬

॥ দশম কীৰ্ত্তন ॥

ঘোষা ॥ **হৰি গোৱিন্দ জয় কৃষ্ণ গোপাল ৰাম ॥ ১০**

পদ ॥ এহিমতে দাৰুকে বোলন্ত পাছে ৰথ ।
আকাশে ধৰিলা বেগে বৈকুণ্ঠৰ পথ ॥
পাছতে লড়িলা চক্ৰ আদি অস্ত্ৰচয় ।
দেখিয়া দাৰুক ভৈল পৰম বিস্ময় ॥ ১০৭
তবধ নয়নে চাই আছে উপৰক ।
মাধৱে বুলিলা পাছে বাক্য দাৰুকক ॥
চলিয়োক দাৰুক সত্বৰে দ্বাৰকাক ।
বান্ধৱত কহ গৈয়া আমাৰ বাৰ্ত্তাক ॥ ১০৮
অন্যোঅন্যে জ্ঞাতিসৱ মৰিল সমস্ত ।
প্ৰত্যেকে দেখিলা বলভদ্ৰো গৈলা অস্ত ॥

শৰ ঘাৰে ভৈলো মযো মৃতক সমান ।
পিতৃত মাতৃত গৈয়া তুমি দিয়া জান ॥ ১০৯
দ্বাৰকাত আউৰ নথাকিবা একো নৰে ।
মঞি এড়িলাত আসি বুড়াইব সাগৰে ॥
সবন্ধু বান্ধৱে সাগৰৰ হৈবা পাৰ ।
নেড়িবাহা বৃদ্ধ পিতৃ মাতৃক আমাৰ ॥ ১১০
আসিব অৰ্জ্জুন সখি দেখিবাক মোক ।
তান লগে যাইব দ্বাৰকাৰ যত লোক
ৰাখি নিবা পথে ধনঞ্জয় মহাৰথে ।
বঞ্চিবাহা তুমি সবে গৈয়া ইন্দ্ৰপ্ৰস্থে ॥ ১১১
তুমি আচৰিবা ভাগৱত ধৰ্ম্মচয় ।
জ্ঞাননিষ্ঠ হুয়া সবে এড়িয়া বিষয় ॥
মায়াৰ ৰচনা ইটো জগতকে জানি ।
পাছে তুমি পাইবা মোক কৈলো সত্য বাণী ॥ ১১২
শুনিলা দাৰুকে পাছে কৃষ্ণৰ আদেশ ।
কৰযোড়ে উঠিলা মনত মহা ক্লেশ ॥
প্ৰদক্ষিণ কৰিলা প্ৰভুক সাতবাৰ ।
ঢুনাই ঢুনাই পড়িয়া কৰন্ত নমস্কাৰ ॥ ১১৩
শিৰত আছিলা ধৰি দুখানি চৰণ ।
লোতক চল্লল আখি কৰন্ত ক্ৰন্দন ॥

চলিলোহো মঞিঃ প্ৰাণ প্ৰভুক উপেখি ।
ইজন্মত ভৈলো পৰিছেদা দেখা দেখি ॥ ১১৪
এহি বুলি লড়িলা কৃষ্ণৰ পাৱ এড়ি ।
হা কৃষ্ণ বুলিয়া পাড়ন্তে যায় গেড়ি ॥
অনন্তৰে যতেক আসিল দেৱঝাক ।
তহিতে মিলিল আসি আৰৰি ব্ৰহ্মাক ॥ ১১৫
মুনি বিদ্যাধৰ কিন্নৰ চাৰণ ।
পাৰ্ব্বতী সহিতে আসিলন্ত ত্ৰিনয়ন ॥
কৃষ্ণৰ নিৰ্য্যাণ দেখিবাক অভিলাষে ।
বিমানে বেড়িয়া আসি ৰহিলা আকাশে ॥ ১১৬
মাধৱৰ চৰিত্ৰ শুনিয়ো সৰ্ব্বজন ।
নেড়িবা সদায় কেহো কৃষ্ণৰ কীৰ্ত্তন ॥
কলি যুগে আন ধৰ্ম্ম নাহি আত পৰে ।
হেন জানি হৰি হৰি বোলা নিৰন্তৰে ॥ ১১৭

## ॥ একাদশ কীৰ্ত্তন ॥

ঘোষা ॥ কৃষ্ণ নাথ যাদৱ মাধৱ মধুৰিপু । ১১

পদ ॥ মাধৱক চাই দেৱগণে ।
কৰিলা প্ৰণাম ৰঙ্গমনে ॥

ৰূপ দেখি চান্ত এক দৃষ্টি।
কৰন্ত আনন্দে পুষ্প বৃষ্টি ॥ ১১৮
কৰযোড়ে আতি ভক্তিভাৱে।
জুমাজুমি কৃষ্ণ গুণ গাৱে ॥
কতো হৰি কীৰ্ত্তন কৰন্ত।
তাৰ ছেৱে কতোহো নাচন্ত ॥ ১১৯
বাজে যন্ত্ৰ আকাশক ছানি।
কৰে দেৱে দুন্দুভিৰ ধ্বনি ॥
ঘনে ঘনে পুষ্প বৰিষন্ত।
জয় কৃষ্ণ বুলি জকাৰন্ত ॥ ১২০
শুনি হৰি উপৰক চাইল।
ব্ৰহ্মাক আগতে ভেট পাইল
আনো সবে দেৱতাক দেখি।
মুদিলন্ত কৃষ্ণে দুয়ো আখি ॥ ১২১
পাছে যোগ ধাৰণা ধৰিল।
আপুনাক আত্মাতে থাপিল ॥
নিমিষেকে নৰ চেষ্টা এড়ি।
বৈকুণ্ঠত প্ৰৱেশিলা হৰি ॥ ১২২
যেন মেঘে বিজুলী ছটাক।
নৱাৰিল কেৱে লক্ষিবাক ॥

কৃষ্ণৰ গতিক সৱে দেৱে।
সেহিমতে নলক্ষিল কেৱে ॥ ১২৩

যিটো দেহা ধ্যানৰ আলয়।
দেখি হোন্ত আপুনি বিস্ময় ॥
হেন তনু ভৈল অন্তৰ্দ্ধান।
বিজুলী ছটক যেন ঠান ॥ ১২৪

শ্ৰী ধৰ্ম্ম সত্য ধৃতি যত।
সৱে গৈল কৃষ্ণৰ পাছত ॥
হেন দেখি যত দেৱগণ।
সৱাৰো বিস্ময় ভৈল মন ॥ ১২৫

কৃষ্ণৰ অদ্ভুত যোগ গতি।
দেখি সৱে প্ৰশংসিল আতি ॥
স্বকী স্বকী স্থানে চলি গৈলা।
শুক মুনি নৃপতিত কৈলা ॥ ১২৬

ৰাজা আতি বিস্ময় নকৰা।
পুত্ৰ অন্তকৰোপৰা ॥
গুৰুক দক্ষিণা আনি দিলা।
স্বদেহে ব্যাধকো স্বৰ্গে নিলা ॥ ১২৭

ব্ৰহ্ম অস্ত্ৰে দহন্তে তোমাক।
ৰাখিলন্ত ধৰিয়া গদাক॥
হেন হৰি দেৱ আদি মূল।
নৰাখিলা ইটো যদু কুল॥ ১২৮

মনুষ্যত নাই স্বস্থ গতি।
অন্তে কালে হোৱে বিষঙ্গতি॥
হেনসে দেখাই দেৱ হৰি।
গৈলা লড়ি কুলক সংহৰি॥ ১২৯

ইটো লীলা চৰিত্ৰ কৃষ্ণৰ।
কৰয় কীৰ্ত্তন যিটো নৰ॥
তাৰ হুইবে বৈকুণ্ঠত বাস।
হেন জানি তেজিয়ো আলাস॥ ১৩০

হৰিৰ কীৰ্ত্তন সদা কৰা।
বৃথা কথা কহিয়া নমৰা॥
কহে কৃষ্ণ কিঙ্কৰে শঙ্কৰে।
হৰি হৰি বোলা নিৰন্তৰে॥ ১৩১

## ॥ দ্বাদশ কীৰ্ত্তন ॥

ঘোষা ॥ মন মাধৱৰ ৰাম।
ৰাম জপ অবিশ্ৰাম ॥ ১২

পদ ॥ শুক মুনি বদতি শুনিয়ো পৰীক্ষিত।
পাপৰ অন্তক ইটো কৃষ্ণৰ চৰিত ॥
এহিমতে মৰিল যতেক যদুলোক।
অনন্তৰে দাৰুক গৈলন্ত দ্বাৰকাক ॥ ১৩২
গোবিন্দৰ বিয়োগে বিহ্বল আতি হুই।
চাহি আছে নৰ নাৰী ৰহি উৰ্দ্ধ মুই ॥
বসুদেৱ উগ্ৰসেনো আছে দুঃখভাৰে।
পড়িল দাৰুক গৈয়া দুহান্তৰ পাৰে ॥ ১৩৩
চক্ষুৰ লোতকে তিয়াইলন্ত দুইৰো ভৰি।
কান্দিলা অনেক ৰাম কৃষ্ণক সুমৰি ॥
দাৰুকক বেঢ়িয়া সোধন্ত নাৰী নৰে।
কি ভৈল সাৰথি কথা কহিয়ো সত্বৰে ॥ ১৩৪
মুচিলন্ত আখি আতি গদগদ মাত।
কহিলা দাৰুকে পাছে সকল বৃত্তান্ত ॥
কি কহিবো কথা মোৰ দহৰে হৃদয়।
অন্যোঅন্যে যদুগণ গৈলা যমালয় ॥ ১৩৫

নৰৈল জনেকো নিৰন্তৰে ভৈলা হত ।
হেন শুনি অগ্নি যেন লাগিল গাৰত ॥
ক্ৰন্দনৰ ঊৰ্ম্মি আতি উথালিল বড় ।
প্ৰভাসক লাগি সৱে দিলেক লৰড় ॥ ১৩৬
গাৰত চাপড় মাৰে শোকে প্ৰগতি নাই ।
পতি পুত্ৰ বুলি গেড়িয়ান্তে যাই ॥
এহিমতে গৈয়া সৱে দেখিলন্ত পাছে ।
প্ৰভাসৰ তীৰক মৃতকে বেঢ়ি আছে ॥ ১৩৭
মৰা পতি পুত্ৰ সোদৰক গলে ধৰি ।
কান্দে নাৰীগণে আতি আৰ্ত্তৰাৱ কৰি ॥
মহাশোকে বসুদেৱ দৈৱকী ৰোহিণী ।
বলভদ্ৰ কৃষ্ণক চাহান্তে ফুৰে তিনি ॥ ১৩৮
নপাইলন্ত লাগ খুজি কৰিয়া বিচাৰ ।
হৰাইল চেতন শোকে দেখে অন্ধকাৰ ॥
তিনিও তেজিল প্ৰাণ ৰাম কৃষ্ণ বুলি ।
মাটিত উফৰি পড়ি মৰিল সমূলি ॥ ১৩৯
ক্ৰন্দন এড়িয়া নাৰীগণ অসংখ্যাত ।
স্বামীক আলিঙ্গি আৰোহিলন্ত চিতাত ॥
ৰেৱতী প্ৰমুখ্যে যত আছে নাৰীগণ ।
ৰামক আলিঙ্গি প্ৰৱেশিলা হুতাশন ॥ ১৪০

কৃষ্ণ মাতৃগণে বসুদেৱক আৱৰি ।
চিতাত উঠিয়া সবে গৈলন্ত সৈতৰি ॥
ৰতি আদি মাধৱৰ পুত্ৰ বধূ যত ।
গৈল সবে স্বকী স্বকী স্বামীৰ লগত ॥ ১৪১
ৰুক্মিণী প্ৰমুখ্যে অষ্ট মহিষী কৃষ্ণৰ ।
নপাইলা বিচাৰি মাধৱৰ কলেৱৰ ॥
প্ৰৱেশিলা বহ্নিত স্বামীক কৰি ধ্যান ।
কৃষ্ণক চিন্তিয়া সবে এড়িলন্ত প্ৰাণ ॥ ১৪২
এহিমতে এড়ি যেৱে গৈলা দামোদৰে ।
ক্ষেণেকতে দ্বাৰকাক বুৰাইলা সাগৰে ॥
নৰহিল কিছু তল গৈল সামৰাজে ।
ৰুক্মিণীদেৱীৰ মুখ্য মন্দিৰত বাজে ॥ ১৪৩
নেড়ন্ত যাহাক মধুসূদনে ক্ষেণেক ।
অদ্যাপিও সাগৰত দেখিয় প্ৰত্যেক ॥
সূৰ্য্য সম জ্বলে সিটো কৃষ্ণৰ আলয় ।
যাক দৰশনে হোৱে পাপৰ প্ৰলয় ॥ ১৪৪
কৃষ্ণৰ নিৰ্য্যাণ শুনিয়োক সৰ্ব্বজনে ।
তৰিবা সংসাৰ আৰ শ্ৰৱণ কীৰ্ত্তনে ॥
গৃহতে থাকিয়া সুখে মহা পুণ্য সাঞ্চা ।
বোলা হৰি হৰি যম যাতনাক বঞ্চা ॥ ১৪৫

## ॥ ত্ৰয়োদশ কীৰ্ত্তন ॥

ঘোষা ॥ ৰামে হোক মতি ৰাম-চৰণে গতি ॥ ১৩

পদ ॥ অৰ্জ্জুনে শুনিলা হেন কৃষ্ণৰ পয়াণ ।
ভৈলন্ত বিহ্বল শোকে নাহি শ্ৰুতি জ্ঞান ॥
মহামৰ্ম্মে কৃষ্ণক স্মৰি কুন্তী সুত ।
হা কৃষ্ণ প্ৰাণ বুলি কান্দিলা বহুত ॥ ১৪৬
কহি আছা মাধৱে গীতাত যিটো জ্ঞান ।
প্ৰবন্ধে হিয়াত তাক কৰিলন্ত ধ্যান ॥
চিৰকালে চিত্তক কৰিয়া বীৰে স্বস্থ ।
প্ৰেতকাৰ্য্য জ্ঞাতিৰ কৰাইলা মহাৰথ ॥ ১৪৭
অনুক্ৰমে দিয়াইলন্ত পিণ্ড জলাঞ্জলি ।
কৃষ্ণৰ আদেশ পাছে শুনি মহাবলী ॥
স্ত্ৰী বাল বৃদ্ধক কৰিয়া বীৰে স্বস্থ ।
সবাকো লগতে লৈয়া গৈলা ইন্দ্ৰপ্ৰস্থ ॥ ১৪৮
তহিতে থৈলন্ত নিয়া যত যদুচয় ।
পাছে যুধিষ্ঠিৰক দেখিয়া ধনঞ্জয় ॥
চৰণত নিঢালে পড়িলা অধোমুখে ।
সন্নিধান নেদন্ত মনত মহা দুঃখে ॥ ১৪৯
আকুল হৃদয় ভৈল দেখি যুধিষ্ঠিৰ ।
ভ্ৰাতৃত পুছন্ত পাছে কৰি চিত্ত স্থিৰ ॥

বান্ধৱৰ বাৰ্ত্তাক অৰ্জ্জুন মোত কহ ।
কুশলে কি আছে সিটো সুৰ মাতামহ ॥ ১৫০
মমা বসুদেৱ কিবা আছন্ত কল্যাণে ।
ভালে কি আছয় তান পত্নীগণ মানে ॥
সাম্ব কাম অনিৰুদ্ধ ভালে কি আছন্ত ।
সময়ত তেসম্বে কি মোক সুমৰন্ত ॥ ১৫১
গোৱিন্দৰ বাৰ্ত্তা বাপ কহিয়ো আমাত ।
সুখে কি আছয় কৃষ্ণদেৱ দ্বাৰকাত ॥
যদু বীৰগণ যাৰ বাহুক আশ্ৰয় ।
পৰম নিৰ্ভয়ে ভ্ৰমে আনন্দে সদায় ॥ ১৫২
সত্যভামা সতী যাৰ চৰণ সেৱাত ।
দ্বাৰতে ৰুৱাইলে শশীৰ পাৰিজাত ॥
হেন প্ৰাণ কৃষ্ণৰ সত্বৰে কহ কথা ।
কিয় হেন ভৈল বাপ তোমাৰ অৱস্থা ॥ ১৫৩
চিৰকাল প্ৰৱাসত কিবা পাইলি দুঃখ ।
তনু তোৰ নিস্তেজ মলিন দেখো মুখ ॥
প্ৰাৰ্থকক নেদিলাহা প্ৰতিশ্ৰুত দান ।
নকৰিলা প্ৰাণীক ভয়ত পৰিত্ৰাণ ॥ ১৫৪
অতিথিক নেদি কিবা কৰিলা ভোজন ।
সিজিল পাতক কিবা অগম্য গমন ॥

অধমে জিনিলে কিবা আসন্তে পথত ।
কিসক মিলিল বাপ দুঃখ হেনমত ॥ ১৫৫
কহিয়োক বাপু এৰে দুঃখৰ কাৰণ ।
বুলিবে খোজন্তে নোহ্লায় মুখত বচন ॥
চক্ষুক মলচি পাছে শোকত তন্ভাই ।
কাঢ়িল নিশ্বাস বীৰে নৃপতিক চাই ॥ ১৫৬
সৌহৃদ্য সখিত্ব সুমৰিয়া মাধৱৰ ।
বোলন্ত অৰ্জ্জুনে ৰাজা শুনা আথান্তৰ ॥
ভণিল শঙ্কৰে কৃষ্ণ চৰণত পড়ি ।
পাতক ছাড়োক ডাকি বোলা হৰি হৰি ॥ ১৫৭

## ॥ চতুৰ্দ্দশ কীৰ্ত্তন ॥

ঘোষা ॥ **গোপাল হৰি কৰো প্ৰণাম ।**
**নেড়োক মুখে ৰামকৃষ্ণ নাম ॥ ১৪**

পদ ॥ কিবা সোধা ৰাজা মোৰ অৱস্থা ।
সৰ্ব্বনাশ ভৈল কি কৈবো কথা ॥
বন্ধুৰূপী কৃষ্ণে ভৈলো বঞ্চিত ।
কিমতে আৰে সম্বৰিবো চিত্ত ॥ ১৫৮

যাহাক আশ্ৰয়ে দ্ৰুপদ ঘৰে ।
জিনিলো ৰাজাগণ একেশ্বৰে ॥
মৎস্যক ভেদি পাইলো দ্ৰৌপদীক ।
হেন কৃষ্ণ বিনে জীৱন ধিক ॥ ১৫৯
দহিলো খাণ্ডৱ যাৰ সহায় ।
ভঙ্গাইলো বাসৱক সমুদায় ॥
অদ্ভুত সভা সাজি দিলে ময় ।
কৰিলো ৰাজসূয় যাত গয় ॥ ১৬০
এড়িয়া গৈলা হেন কৃষ্ণে মোক ।
কিসক জীৱ নযায় যমলোক ॥
হৰক যুঝিলো যাহাক গয় ।
দিলা অস্ত্ৰ হৰে হুয়া বিস্ময় ॥ ১৬১
যাৰ প্ৰসাদে ভৈলো স্বৰ্গগামী ।
ইন্দ্ৰৰো অৰ্দ্ধাসন পাইলো আমি ॥
এড়িয়া গৈলা হেন যদুৰায় ।
কেনে জীও এভু প্ৰাণ নযায় ॥ ১৬২
যাহাৰ তেজে বৃকোদৰ বীৰে ।
দুঃশাসন হিয়া কুঠাৰে ছিৰে ॥
প্ৰতিজ্ঞা সাফলি পিলা ৰুধিৰ ।
ভাঙ্গিলা উৰু কুৰু নৃপতিৰ ॥ ১৬৩

বান্ধৱ বুলি ত্ৰিজগত পতি।
কৰিলো সাৰথি মঞিঃ কুমতি ॥
ব্ৰহ্মা আদি যত ত্ৰিদশগণে।
সদায়ে সেৱন্ত যাৰ চৰণে ॥ ১৬৪
দেৱৰো দেৱ হেন প্ৰভু হৰি।
মাতন্ত মোক পৰিহাস কৰি ॥
অবা পাৰ্থ অবা সখি অৰ্জ্জুন।
কতেক কহিবো কৃষ্ণৰ গুণ ॥ ১৬৫
ভুঞ্জন্তে ভ্ৰমন্তে কৃষ্ণৰ সঙ্গে।
নানা উপালম্ভ কৰিলো ৰঙ্গে ॥
সহিলন্ত তাক যেন বান্ধৱে।
বঞ্চিত ভৈলোহো হেন মাধৱে ॥ ১৬৬
কিবা সোধা ৰাজা আমাৰ কথা।
কোননো নভৈল মোৰ অৱস্থা ॥
ৰাখিয়া আনো কৃষ্ণ পত্নীঝাক।
গোৱালে কাঢ়ি নিলে তাসম্বাক ॥ ১৬৭
স্ত্ৰীক যেন জিনিলেক মোকে।
প্ৰাণ ফুটি যায় এহিসে শোকে ॥
কৃষ্ণৰ বিয়োগে দগধ মন।
মাতিবে নৱাৰি হৰায় চেতন ॥ ১৬৮

তুমি শুদ্ধ বুদ্ধ নিত্য নির্ম্মল নির্গুণ দেৱ
মোৰ প্ৰভু নাৰায়ণ এ
স্বৰূপ আনন্দে সদা সুখী।
হৰি হৰি তুমি নিজানন্দে সদা সুখী।

আমি মূঢ়মতি ঘোৰ অবিদ্যা সাগৰে মজি
মোৰ প্ৰভু নাৰায়ণ এ
তোমাক নজানি ভৈলো দুঃখী।
হৰি হৰি স্বৰূপ নজানি ভৈলো দুঃখী হৰি এ ॥ ৭৫৭

অখণ্ডিত সদা শুদ্ধ চৈতন্য শক্তিৰ বলে
মোৰ প্ৰভু নাৰায়ণ এ
তুমি দূৰ কৰি আছা মায়া।
হৰি হৰি তোমাৰ নিকটে নাহি মায়া।

তোমাক নভজো পদে মায়ায়ে মুহিলে মোক
মোৰ প্ৰভু নাৰায়ণ এ
আৰে কৃপাময় কৰা দায়া।
হৰি হৰি মায়াক নিবাৰি কৰা দায়া হৰি এ ॥ ৭৫৮

দেৱকী নন্দন দেৱ দেৱকী নন্দন দেৱ
দীনবন্ধু দামোদৰ এ
হৰি হৰি চৰণে উদ্ধাৰ কৰা মোক
প্ৰাণবন্ধু ইবাৰ নেড়িবা হৰি মোক।

ভকতি মিনতি স্তুতি প্ৰণতি নজানো মঞিঃ

দীনবন্ধু দামোদৰ এ

হৰি হৰি আৰে মোৰ কেন গতি হোক।

প্ৰাণবন্ধু মোৰ মন তোমাতে ৰহোক হৰি এ ॥ ৭৫৯

হে কৃষ্ণ তুমি নিজ আত্মা প্ৰিয়তম গুৰু

মোৰ প্ৰভু নাৰায়ণ এ

পৰম ঈশ্বৰ ভয়হাৰী

হৰি হৰি তুমি ইষ্ট দেৱ ভয়হাৰী।

এতেক জানিয়া তযু চৰণে শৰণ লৈলে।

মোৰ প্ৰভু নাৰায়ণ এ

নছাড়িবা ইবাৰ মুৰাৰি।

হৰি হৰি লৈয়ো মোক মায়াক নিবাৰি হৰি এ ॥ ৭৬০

মনুষ্য যোনিৰ কৰ্ম্মে নিঃশেষ যোনিত ফুৰি

দীনবন্ধু দামোদৰ এ

হৰি হৰি বাৰে বাৰে ভুঞ্জিলো অপাৰ।

দীনবন্ধু কতবা ভুঞ্জিলো নাহি পাৰ।

ইবেলি তোমাৰ দুই চৰণে শৰণ লৈলো

দীনবন্ধু দামোদৰ এ

হৰি হৰি নকৰিবা মোক পৰিহাৰ।

প্ৰাণবন্ধু চৰণত ৰাখিয়ো ইবাৰ হৰি এ ॥ ৭৬১

পুনু পুনু নৰতনু লভিয়া তোমাক তেজি
দীনবন্ধু দামোদৰ এ
হৰি হৰি সংসাৰে ভ্ৰমিলো অসংখ্যাত।
দীনবন্ধু কতবা কৰিলো আয়াযাত।
ইবেলি কৰুণাময় তোমাৰ কিঙ্কৰ ভৈলো
দীনবন্ধু দামোদৰ এ
হৰি হৰি ৰতি মোৰ ৰহোক তোমাত।
প্ৰাণবন্ধু চৰণত কৰো প্ৰণিপাত হৰি এ ॥ ৭৬২
মাধৱ মুকুন্দ মুৰাৰি কি গতি হৈব হামাৰ
মায়াৰ ৰচনা আশা নদী মাজে।
মজিয়া নপাইলো পাৰ ॥ ৭৬৩

মহিমা

ৰামৰ নামেসে অমিয়া ঝুৰে
ভকতজন মনোৰথ পূৰে ॥ ৭৬৪
ভাল ভাৰসা পায়া আছি হৰি কৰুণাময়
ৰাম কৃষ্ণ কৃপাৰ ঠাকুৰ।
ৰাম বুলিতে পাপী তৰে হৰি কৰুণাময়
সকল আপদ হোৱে দূৰ ॥৭৬৫
ভকতসৱে ৰাম নাম গাৱে।
কাল মায়া ডৰে তৰতৰাৱে ॥ ৭৬৬

কাৰুণ্য

জয় জগজীৱ মোৰে প্ৰাণ
মোৰে প্ৰাণধন বান্ধৱ মুৰাৰি।
শ্ৰৱণ আনন্দে শুনিছো গোৱিন্দ
তুমি দীন দুঃখহাৰী ॥ ৭৬৭

মোৰ জীৱ ধন গোপীনাথ
প্ৰাণ গোপীনাথ পশিলো শৰণে।
মোৰ প্ৰাণ মন মজিয়া ৰহোক
তোমাৰ চৰণে ॥ ৭৬৮

দুগুটি অক্ষৰ ৰাম নাম
শ্ৰীৰাম নাম অমিয়া মাধুৰি ঝুৰে।
অতি সুকোমল পৰম মঙ্গল
সবে মনোৰথ পূৰে ॥ ৭৬৯

জয় জয় নিত্য নিৰঞ্জন
নিত্য নিৰঞ্জন দেৱ শিৱ সনাতন।
পৰম অভয় তোমাৰ চৰণ
তাপ তিনি বিনাশন ॥ ৭৭০

দায়াশীল দেৱ দামোদৰ তুমি দীনজন বন্ধু
পতিতপাৱন তুমি কৃপাময়
কেৱলে কৰুণা সিন্ধু ॥ ৭৭১

হৰি হৰি হৰি হৰি এ হৰি হৰি হৰি হৰি
তুমি কৃপাময় দীন দুঃখ বিনাশন।
ভৃত্য ভয়হাৰী জানিয়া তোমাৰ
চৰণে লৈলো শৰণ ॥ ৭৭২

হে কৃষ্ণ দীন দায়াশীল দীন দায়াশীল
দায়া নছাড়িবা মোক।
অজ্ঞান তিমিৰ নাশিয়া বিজ্ঞান
প্ৰদীপ প্ৰভু দিয়োক ॥ ৭৭৩

ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম
ৰাম কৃষ্ণ ৰাম কৃষ্ণ অগতিৰ গতি।
অচিন্ত্য অনন্ত সুখেৰ সাগৰ
কৃষ্ণৰ পদ ভকতি ॥ ৭৭৪

হে প্ৰাণপ্ৰভু কৃষ্ণদেৱে প্ৰাণকৃষ্ণ দেৱ
দীনক কৰিয়ো দায়া।
পৰম তাপিতে মাগোহো তোমাৰ
শীতল চৰণ ছায়া ॥ ৭৭৫

প্ৰাণ প্ৰিয়তম যদুদেৱ
দিয়ো মোক এহি দান।
কৰায়ো তোমাৰ চৰণ সেৱাৰ
সন্তোষে অমিয়া পান ॥ ৭৭৬

নমো ৰাম কৃষ্ণ সদাশিৱ
সদাশিৱ কৃষ্ণ তুমি জগতৰ গতি।
অপায় ৰহিত মাগোহো ভকতি
চৰণে কৰি প্ৰণতি ॥ ৭৭৭

জগত গুৰু নাৰায়ণ জগত গুৰু নাৰায়ণ
মোৰ প্ৰভু ৰাম কৃষ্ণ ৰাম।
হৰি তো হৰি ৰাম কৃষ্ণ হৰি ৰাম ॥ ৭৭৮

ৰাম কৃষ্ণ নিৰঞ্জন ৰাম কৃষ্ণ নিৰঞ্জন
দীনবন্ধু নাৰায়ণ এ
তুমি প্ৰভু অগতিৰ গতি ॥ ৭৭৯

গোপীনাথ গোপীনাথ মোৰে কমলাকান্ত
মোৰ প্ৰভু ৰাম নাৰায়ণ।
অভয় চৰণ পাই পশিলো শৰণ ॥ ৭৮০

অনাদি অনন্ত হৰি এ জীৱন বন্ধু
ৰাম কৃষ্ণ কৰুণাসাগৰ।
অনাথৰ নাথ দায়াশীল দামোদৰ ॥ ৭৮১

পৰমপুৰুষ হৰি এ পৰমানন্দ
পৰম কাৰণ নাৰায়ণ
ভকত ৰঞ্জন তযু অৰুণ চৰণ।
অনন্ত অচ্যুত সদাশিৱ সনাতন ॥ ৭৮২

জয়তি জগতগুৰু এ গুণেৰ নিধি
নিত্য নিৰঞ্জন নিৰাকাৰ ।
তোমাৰ চৰণে সদা শৰণ আমাৰ ॥ ৭৮৩

দৈৱকী নন্দন প্ৰভু এ পৰমগুৰু
দায়াশীল দেৱ নিৰঞ্জন ।
তযু পদকমলে মজোক মেৰি মন ॥ ৭৮৪

জগতজীৱন যদু এ যাদৱানন্দ
জগতকাৰণ যদুপতি ।
তুমিসে কেৱলে নিজ ভকতৰ গতি ॥ ৭৮৫

ভকতবৎসল প্ৰভু এ ভকতবন্ধু
ভকতৰঞ্জন ভয়হাৰী ।
ভকতৰ নিজ গতি তুমিসে মুৰাৰি ॥ ৭৮৬

পতিত জনৰ গতি এ জগতপতি
পতিতপাৱন ভগৱন্ত ।
পৰম ঈশ্বৰ দেৱ অনাদি অনন্ত॥ ৭৮৭

তাৎপৰ্য্য

কৰুণাময় ৰাম কৰুণাময় ।
কৰিয়ো কৃপা যেন উচিত হয় ॥ ৭৮৮

তুমিসে ৰাম কৃপা ৰসেৰ নিধি ।
তোমাৰ কৃপা বিনে নাহিকে সিদ্ধি ॥ ৭৮৯

তোমাৰ কৃপাকেসে কৰিছো আশ।
অৰুণ পদতলে দিয়োক বাস ॥ ৭৯০

সহজে তুমি ৰাম করুণাসিন্ধু।
তোমাত বিনে আন নাহিকে বন্ধু ॥ ৭৯১

তোমাৰ কৃপা লেশে আমাৰ গতি।
কহয় মাধৱ মূৰুখ মতি ॥ ৭৯২

## কাকূতি

কিমতে ভকতি কৰিবো তোমাত হৰি এ
মঞি মূঢ়মতি নজানো তাৰ উপায় ৰাম ৰাম।
মহাবলৱন্ত দুৰ্ব্বাসনা ঘোৰ হৰি এ
আমাৰ মনক তেজিয়া দূৰ নযায় ৰাম ৰাম ॥ ৭৯৩

তোমাৰ মায়ায়ে মন মুহি আছে হৰি এ
অজ্ঞান আন্ধাৰে পৰিয়া পাৰ নপাঞ ৰাম ৰাম।
অভয় চৰণে শৰণ পশিলো হৰি এ
তুৱা গুণ নাম ভকতি প্ৰদীপ চাঞো ৰাম ৰাম ॥ ৭৯৪

ভকতি মিনতি প্ৰণতি নজানো হৰি এ
মোত পৰে জ্ঞানশূন্য হীনমতি নাই ৰাম ৰাম।
তুমি প্ৰভু কৃপা ৰসেৰ সাগৰ হৰি এ
দিয়ো মোক তুৱা পদছায়া তলে ঠাই [illegible] ৰাম ॥ ৭৯৫

হৰি এ করুণাসিন্ধু জীৱন বন্ধু
গতি মতি তুমি নাৰায়ণ।
তুৱা গুণ নাম ভকতৰ মহাধন ॥ ৭৯৬

পতিত বুলিয়া মোকে হৰি হৰি ও ৰাম
তেজিতে নপাৰা নাৰায়ণ।
পৰম করুণা গুণে হৰি হৰি ও ৰাম
নাম ধৰিছা পতিত পাৱন ॥ ৭৯৭

দায়াৰ ঠাকুৰ হুয়া দায়া কেনে নকৰয়।
ৰাম কৃষ্ণ নাৰায়ণ দীন দায়াময় ॥ ৭৯৮

মোকে কৃপা কৰা হৰি এ
দান্তে ধৰো তৃণ মাথে ধৰো তৃণ।
তুমি কৃপাময়ক নজানো এত দিন
মোকে কৃপা কৰা হৰি এ ॥ ৭৯৯

মোকে কৃপা কৰা এ ঐ বন্ধু ৰাম প্ৰাণবন্ধু ৰাম
নেৰোক মুখে ৰাম কৃষ্ণ নাম ॥ ৮০০

পতিত পাৱন বুলি নাৰায়ণ এ
পৰম পতিতে ডাকয় আতুৰ হুয়া।
তযু বেদবাণী আমি আছো শুনি এ
মহা মহাপাপী তৰে তযু নাম লৈয়া ॥ ৮০১

তুৱা গুণ নাম অমৃত আশায়ে এ
তোমাৰ চৰণে বিকা গৈলো মূঢ়মতি।

তোমাৰ কৃপাকেসে কৰিছো আশ ।
অৰুণ পদতলে দিয়োক বাস ॥ ৭৯০

সহজে তুমি ৰাম কৰুণাসিন্ধু ।
তোমাত বিনে আন নাহিকে বন্ধু ॥ ৭৯১

তোমাৰ কৃপা লেশে আমাৰ গতি ।
কহয় মাধৱ মূৰুখ মতি ॥ ৭৯২

## কাকুতি

কিমতে ভকতি কৰিবো তোমাত হৰি এ
মঞি মূঢ়মতি নজানো তাৰ উপায় ৰাম ৰাম ।
মহাবলৱন্ত দুৰ্ব্বাসনা ঘোৰ হৰি এ
আমাৰ মনক তেজিয়া দূৰ নযায় ৰাম ৰাম ॥ ৭৯৩

তোমাৰ মায়ায়ে মন মুহি আছে হৰি এ
অজ্ঞান আন্ধাৰে পৰিয়া পাৰ নপাঞঃ ৰাম ৰাম ।
অভয় চৰণে শৰণ পশিলো হৰি এ
তুৱা গুণ নাম ভকতি প্ৰদীপ চাঞো ৰাম ৰাম ॥ ৭৯৪

ভকতি মিনতি প্ৰণতি নজানো হৰি এ
মোত পৰে জ্ঞানশূন্য হীনমতি নাই ৰাম ৰাম ।
তুমি প্ৰভু কৃপা ৰসেৰ সাগৰ হৰি এ
দিয়ো মোক তুৱা পদছায়া তলে ঠাই [illegible] ৰাম ॥ ৭৯৫

হৰি এ কৰুণাসিন্ধু জীৱন বন্ধু
গতি মতি তুমি নাৰায়ণ।
তুৱা গুণ নাম ভকতৰ মহাধন ॥ ৭৯৬

পতিত বুলিয়া মোকে হৰি হৰি ও ৰাম
তেজিতে নপাৰা নাৰায়ণ।
পৰম কৰুণা গুণে হৰি হৰি ও ৰাম
নাম ধৰিছা পতিত পাৱন ॥ ৭৯৭

দায়াৰ ঠাকুৰ হুয়া দায়া কেনে নকৰয়।
ৰাম কৃষ্ণ নাৰায়ণ দীন দায়াময় ॥ ৭৯৮

মোকে কৃপা কৰা হৰি এ
দান্তে ধৰো তৃণ মাথে ধৰো তৃণ।
তুমি কৃপাময়ক নজানো এত দিন
মোকে কৃপা কৰা হৰি এ ॥ ৭৯৯

মোকে কৃপা কৰা এ ঐ বন্ধু ৰাম প্ৰাণবন্ধু ৰাম
নেৰোক মুখে ৰাম কৃষ্ণ নাম ॥ ৮০০

পতিত পাৱন বুলি নাৰায়ণ এ
পৰম পতিতে ডাকয় আতুৰ হুয়া।
তযু বেদবাণী আমি আছো শুনি এ
মহা মহাপাপী তৰে তযু নাম লৈয়া ॥ ৮০১

তুৱা গুণ নাম অমৃত আশায়ে এ
তোমাৰ চৰণে বিকা গৈলো মূঢ়মতি।

চৰণত ধৰো কাতৰ কৰো এ
মঞি অনাথক নছাড়িবা যদুপতি ॥ ৮০২

তোমাৰ সেৱক ভৈলো নাৰায়ণ এ
নিছয় তোমাৰ দিবাক লাগে প্ৰসাদ।
নিজ ভৃত্য কৰি লৈলে গোপীনাথ এ
তথু কৃপাময় মিলয় কোন প্ৰমাদ ॥ ৮০৩

হে দায়াশীল দেৱ দামোদৰ এ
তোমাৰ চৰণে বোলোহো কাকুতি বাণী।
মোক নিজ দাস কৰি লৈলে হৰি এ
কহিয়ো কৃপাল তোমাৰ কি হয় হানি ॥ ৮০৪

পৰম কৃপালু হুয়া যদুপতি এ
কিনো অপৰাধে মোক ভৃত্য পৰিহৰা।
শাস্ত্ৰতো প্ৰসিদ্ধ অজ্ঞানতো হৰি এ
যিটো নাম লৱে তাকে মোৰ বুলি ধৰা ॥ ৮০৫

জ্ঞানশূন্য আতি পশু পক্ষী জাতি এ
তাকো অনুগ্ৰহ কৰি আছা কৃপাময়।
আকে জানি হৰি শৰণে পশিলো এ
আমাক তোমাৰ তেজিতে উচিত নয় ॥ ৮০৬

তোমাৰেসে নিজ ভৃত্য ভৈলো হৰি এ
কৃপাৰ সাগৰ তুমি মোৰ নিজ স্বামী।

মঞিও অনাথক নবঞ্চিবা হৰি এ
তযু সেৱা ৰস আশা কৰি আছো আমি ॥ ৮০৭
বেদৰ গুপুত বিত্ত নাৰায়ণ এ
দেৱকীত হন্তে সাক্ষাতে ভৈল বিদিত।
জীৱৰ তৰণ হেতু নাৰায়ণ এ
প্ৰচাৰিলা নিজ যশ ধৰ্ম্ম বিপৰীত ॥ ৮০৮
ভকতৰ বশ্য হুইবাৰ শঙ্কায় এ
জোনো মোক তুমি দাস পৰিহৰা হৰি।
ইটো শঙ্কা হৰি দূৰতে তেজিয়া এ
ত্ৰৈলোক্য তোমাৰ ভৃত্যৰ অধীন কৰি ॥ ৮০৯
তোমাৰ নামৰ মহিমা দেখিয়া এ
আন যত কাম দূৰতে তেজিয়া থৈলো।
তযু পদ সেৱা ৰসক আশায় এ
তোমাৰ একান্ত ভৃত্যৰ কিঙ্কৰ ভৈলো ॥ ৮১০
সহজ কৃপালু গুণক প্ৰকাশি এ
ধৰি আছা হৰি ভকত বৎসল নাম।
ধেনু যেনমতে বৎসক পালয় এ
তুমি সেহিমতে ভকতক পালা ৰাম ॥ ৮১১
আমি যত জীৱ তোমাৰ পালন
হৰি হৰি হৰি হৰি এ
তুমিসে পালিয়া ফুৰা হুয়া অন্তৰ্য্যামী।

আৰে যেৰে নিজ ভৃত্য বুলি পালা
হৰি হৰি হৰি হৰি এ
তেৰেসে কৃপাল কৃতকৃত্য হওঁ আমি ॥ ৮১২

তুমি যাক পালা সিওজন আমি
হৰি হৰি হৰি হৰি এ
সংসাৰ নিকাৰ ভুঞ্জিয়া ফুৰো বহুত ।
তোমাৰ অধীন হুয়া কেনে আমি
হৰি হৰি হৰি হৰি এ
ভৈলোহো স্বতন্ত্ৰ ইটো কিনো অদভুত ॥ ৮১৩

তোমাক পৰম ঈশ্বৰ নামানি
হৰি হৰি হৰি হৰি এ
মহাঅহঙ্কাৰে দ্ৰোহ আচৰিলো আমি ।
আৰে তযু পদে শৰণ পশিলো
হৰি হৰি হৰি হৰি এ
মই দ্ৰোহীয়াৰ দোষ ক্ষমা কৰা স্বামী ॥ ৮১৪

দাস হুয়া তযু সেৱা নকৰিলো
হৰি হৰি হৰি হৰি এ
ইটো ঘোৰ অপৰাধৰ চিকিৎসা নাই ।
তুমি পুনু প্ৰভু সহজ কৃপালু
হৰি হৰি হৰি হৰি এ
শৰণ পশিলো ক্ষমিবে প্ৰভু মুৰাই ॥ ৮১৫

মই অজ্ঞানীৰ যতেক অজ্ঞান

হৰি হৰি হৰি হৰি এ

কথা কহি কোনে সীমা কৰিবেক তাক।

ইটো মোৰ ঘোৰ দোষ পৰিহৰি

হৰি হৰি হৰি হৰি এ

কৃপাময় কৃষ্ণ চৰণে ৰাখা আমাক ॥ ৮১৬

প্ৰিয়তম আত্মা ঈশ্বৰ দেৱতা

হৰি হৰি হৰি হৰি এ

কৃষ্ণেসে সুহৃদ বান্ধৱ গুৰু আমাৰ।

কৃষ্ণৰ চৰণ পঙ্কজ বিনাই

হৰি হৰি হৰি হৰি এ

মঞিঃ অনাথৰ গতি নাহি নাহি আৰ ॥ ৮১৭

## প্ৰাৰ্থনা

অচিন্ত্য অনন্ত শকতিৰ পতি

হৰি হৰি হৰি হৰি এ

তুমি কৃপাময় দেৱ অগতিৰ গতি।

তুমি সত্য সনাতন সদাশিৱ

হৰি হৰি হৰি হৰি এ

তোমাৰ চৰণে মাগোহো নিৰ্ম্মল ৰতি ॥ ৮১৮

হে হৰি মোৰ মুখে নছাড়োক
হৰি হৰি হৰি হৰি এ
পৰম নিৰ্ম্মল তযু গুণ নাম যশ।
কথা কৃষ্ণ কৃপা মনত মিলোক
হৰি হৰি হৰি হৰি এ
তযু পদ সেৱা পৰম অমিয়া ৰস ॥ ৮১৯

জয় জয় ৰাম কৰুণা সাগৰ এ
মোকে নাৰায়ণ হবাৰ কৰিয়ো দায়া।
অভয় চৰণে শৰণ পশিলো এ
প্ৰভু দামোদৰ দূৰ কৰা মোৰ মায়া ॥ ৮২০

যাদৱ যদু নন্দন গোৱিন্দ মুকুন্দ মুৰবিনাশী।
অবিদ্যা সাগৰে মজিলো মাধৱ
উদ্ধাৰ কৰিয়ো আসি ॥ ৮২১

জীৱন যাদৱৰায় সেৱোহো তোমাৰ পায়
ৰাম নেৰিবা নকৰ দায়।
তুৱা পাৱে ৰতি যিমতে কৰিবো
দিয়োক নাথ উপায় ॥ ৮২২

যাদৱ জয় যদুপতি তোমাৰ চৰণে লাগো।
শ্ৰৱণ কীৰ্ত্তন নিৰ্ম্মল ভকতি
কাকুতি কৰিয়া মাগো ॥ ৮২৩

দীন দায়াশীল যাদৱ সেৱক লৈয়ো উদ্ধাৰি।
দান্তে তৃণ কৰো চৰণত ধৰো
নেৰিবা মোক মুৰাৰি ॥ ৮২৪

কৰুণাময় কৰুণাসাগৰ কৃপাৰ কৰুণাসিন্ধু।
তোমাৰ কৃপাৰ আমি নোহো পাত্ৰ
তুমি পুনু দীনবন্ধু ॥ ৮২৫

ৰাম কৃষ্ণ হৰি গোবিন্দ
দীন দায়াশীল স্বামী।
তোমাৰ চৰণে সহজ বাসনা শৰণ মাগোহো আমি ॥ ৮২৬

জয় যদুপতি যাদৱ তুমি অগতিৰ গতি।
দান্তে তৃণ ধৰি তোমাৰ চৰণে
মাগোহা সাধু সঙ্গতি ॥ ৮২৭

ৰাম কৃষ্ণ হৰি গোৱিন্দ সেৱক ভৈলো তোমাৰে।
অভয় চৰণে শৰণ পশিলো চুৰিয়ো মায়া হামাৰে ॥ ৮২৮

গোবিন্দ গোপাল গোপীনাথ
দয়া নছাড়িবা মোৰে।
অপাৰ সংসাৰ আৰ নাহি পাৰ
মজিলো এ দুঃখ ঘোৰে ॥ ৮২৯

হৰি হৰি হৰি এ ৰাম কৃষ্ণ ৰাম নাৰায়ণ নাৰায়ণ।
কৰা হৰি মোৰ মায়া উপশাম নাৰায়ণ নাৰায়ণ ॥ ৮৩০

গোপীনাথ ইবাৰ মোকে নেড়িয়ো ।
তয়ু মায়া জাল জঞ্জাল গুচায়া
চৰণে শৰণ দিয়ো ॥ ৮৩১

গোপাল গোপাল পালয় কৃপাময় ।
তুৰা পাৰে মোৰ মতি ৰতি যেন নছাড়য় ॥ ৮৩২

ৰাম ৰাঘৱ ৰঘুপতি এ তুমি দেৱ অগতিৰ গতি না হে
তুৰা পদ কমলৰ মকৰন্দ ৰসে ৰতি
করিয়া থাকোক মোৰ মতি না হে ॥ ৮৩৩

জয় জয় যদুপতি এ
তুৰা পাৰে পশিলো শৰণ না এ ।
ভাল কথা শুনি আছে মনে লৈলো সাৰ বাছি
তুৰা নাম পতিতপাৱন না এ ॥ ৮৩৪

প্ৰাণ বান্ধৱ মাধৱ এ দায়াশীল দৈৱকী নন্দন না হে
তুমি দেৱ দীনবন্ধু কেৱলে করুণাসিন্ধু
কৰো তয়ু চৰণে বন্দন না হে ॥ ৮৩৫

মোৰ প্ৰাণবন্ধু গোৱিন্দ সেৱক কৰিয়া লৈয়ো ।
আন একো কাম নমাগো তোমাৰ
ভৃত্যৰ সঙ্গত থৈয়ো ॥ ৮৩৬

চিদানন্দ ৰাম সদানন্দ হৰি ।
নিত্যানন্দ কৃষ্ণ মোক লৈয়ো দাস কৰি ॥ ৮৩৭

হৰি ও তুমি আনন্দ সিন্ধু।
হামো ভিক্ষাৰী মাগো এক বিন্দু ॥ ৮৩৮
মধু ৰিপু ৰাম ৰঘুপতি।
তোমাৰ চৰণে মোৰ গতি ॥ ৮৩৯
অৰুণ চৰণে দিয়ো ছায়া ৰাম।
তেৱেসে তৰিবো তযু মায়া ৰাম ॥ ৮৪০
দান্তে তৃণ ধৰি হৰি চৰণত লাগো।
তযু কৃপা ৰসৰ কণিকা এক মাগো ॥ ৮৪১
দায়া কৰা দায়া কৰা মোৰে হে ৰাম।
তোমাৰ চৰণ হৰি হৃদয় পঙ্কজে ধৰি
মুখে লৈবো তুৱা গুণ নাম যদুমণি এ ॥ ৮৪২
ৰাম কৃষ্ণ বুলি অনাথে ডাকয় এ হৰি নাৰায়ণ।
অনাথক দায়া কৰা কৃপাময় এ হৰি নাৰায়ণ ॥ ৮৪৩
নাৰায়ণ নাৰায়ণ নাৰায়ণ নাৰায়ণ জয় নাৰায়ণ।
তোমাৰ অৰুণ চৰণ পঙ্কজে নিমজোক মেৰি মন ॥ ৮৪৪
নাৰায়ণ নাৰায়ণ তুৱা চৰণে আমাৰ।
মজোক মন জয় ৰাম ॥ ৮৪৫

## প্ৰাৰ্থনা নিৱেদন

এ ৰাম ৰাম জয় পৰমানন্দ।
পিএো তযু চৰণ কমল মকৰন্দ ॥ ৮৪৬

এ ৰাম ৰাম কৃষ্ণ ৰাম নাৰায়ণ।
তযু পদ কমলে মজোক মোৰ মন ॥ ৮৪৭
এ ৰাম ৰাম কৃষ্ণ ৰাম নিৰঞ্জন।
তুমিসে ঈশ্বৰ দেৱ ভকত ৰঞ্জন ॥ ৮৪৮
এ ৰাম ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম।
তুমি গুণ নিয়ন্তা নিৰ্গুণ গুণধাম ॥ ৮৪৯
ৰাম কৃষ্ণ ৰাম হৰি ৰামচন্দ্ৰ ৰাম ৰাম,
শ্ৰীৰাম দেৱ ৰঘুপতি।
হে প্ৰভু ৰঘুনাথ প্ৰণামো দমায়া মাথ
তুমি মোৰ হৈবা নিজ গতি হৰি ৰাম
ৰঘু কুল নন্দন মুৰাৰি ॥ ৮৫০

গোপাল গোৱিন্দ ৰাম গোপাল গোৱিন্দ ৰাম
গোপাল গোৱিন্দ জয় ৰাম।
তোমাৰ চৰণে হৰি কেৱলে ভকতি বিনে
মোৰ আৰ নাহি আন কাম হৰি ৰাম ॥ ৮৫১
গোপীনাথ গোপীনাথ গোপীনাথ গোপীনাথ
গোপীনাথ গোপীনাথ হৰি।
তোমাৰ অভয় দুই চৰণে শৰণ লৈলো
লৈয়ো মোক নিজ দাস কৰি হৰি ৰাম ॥ ৮৫২

# নাম-ছন্দ

## ॥ ঘোষা ॥

কৃষ্ণ ৰাম কৃষ্ণ ৰাম
কৃষ্ণ ৰাম কৃষ্ণ ৰাম ॥ ৮৫৩

কৃষ্ণ কৃষ্ণ ৰাম জয় জয় ৰাম ।
কৃষ্ণ কৃষ্ণ ৰাম জয় জয় ৰাম ॥ ৮৫৪

কৃষ্ণ হৰি ৰাম হৰি ৰাম ৰাম ৰাম ।
অনন্ত অচ্যুত সনাতন নাৰায়ণ প্ৰাণ ॥ ৮৫৫

গোবিন্দ গোবিন্দ গোবিন্দ গোবিন্দ
গোবিন্দ ৰাম মুৰাৰি ।
অনন্ত কোটি ব্ৰহ্মাণ্ডৰ হৰি অধিকাৰী ॥ ৮৫৬

গোবিন্দ ৰাম মুৰাৰি মুকুন্দ ৰাম মুৰাৰি ।
ভকতি ৰোচন দুখ বিমোচন
ভকতৰ ভয়হাৰী ॥ ৮৫৭

পৰম পুৰুষ পৰম আনন্দ
পৰম গুৰু মুৰাৰি ।
অনাদি অনন্ত অচ্যুত গোবিন্দ
ভকতৰ ভয়হাৰী ॥ ৮৫৮

এ ৰাম ৰাম কৃষ্ণ ৰাম নাৰায়ণ ।
তযু পদ কমলে মজোক মেৰি মন ॥ ৮৪৭
এ ৰাম ৰাম কৃষ্ণ ৰাম নিৰঞ্জন ।
তুমিসে ঈশ্বৰ দেৱ ভকত ৰঞ্জন ॥ ৮৪৮
এ ৰাম ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম ।
তুমি গুণ নিয়ন্তা নির্গুণ গুণধাম ॥ ৮৪৯
ৰাম কৃষ্ণ ৰাম হৰি ৰামচন্দ্ৰ ৰাম ৰাম,
শ্ৰীৰাম দেৱ ৰঘুপতি ।
হে প্ৰভু ৰঘুনাথ প্ৰণামো দমায়া মাথ
তুমি মোৰ হৈবা নিজ গতি হৰি ৰাম
ৰঘু কুল নন্দন মুৰাৰি ॥ ৮৫০

গোপাল গোৱিন্দ ৰাম গোপাল গোৱিন্দ ৰাম
গোপাল গোৱিন্দ জয় ৰাম ।
তোমাৰ চৰণে হৰি কেৱলে ভকতি বিনে
মোৰ আৰ নাহি আন কাম হৰি ৰাম ॥ ৮৫১

গোপীনাথ গোপীনাথ গোপীনাথ গোপীনাথ
গোপীনাথ গোপীনাথ হৰি ।
তোমাৰ অভয় দুই চৰণে শৰণ লৈলো
লৈয়ো মোক নিজ দাস কৰি হৰি ৰাম ॥ ৮৫২

# নাম-ছন্দ

॥ ঘোষা ॥

কৃষ্ণ ৰাম        কৃষ্ণ ৰাম
কৃষ্ণ ৰাম        কৃষ্ণ ৰাম ॥ ৮৫৩

কৃষ্ণ কৃষ্ণ ৰাম জয় জয় ৰাম ।
কৃষ্ণ কৃষ্ণ ৰাম জয় জয় ৰাম ॥ ৮৫৪

কৃষ্ণ হৰি ৰাম হৰি ৰাম ৰাম ৰাম ।
অনন্ত অচ্যুত সনাতন নাৰায়ণ প্ৰাণ ॥ ৮৫৫

গোৱিন্দ গোৱিন্দ        গোৱিন্দ গোৱিন্দ
গোৱিন্দ ৰাম মুৰাৰি ।
অনন্ত কোটি ব্ৰহ্মাণ্ডৰ হৰি অধিকাৰী ॥ ৮৫৬

গোৱিন্দ ৰাম মুৰাৰি        মুকুন্দ ৰাম মুৰাৰি ।
ভকতি ৰোচন        দুখ বিমোচন
ভকতৰ ভয়হাৰী ॥ ৮৫৭

পৰম পুৰুষ        পৰম আনন্দ
পৰম গুৰু মুৰাৰি ।
অনাদি অনন্ত        অচ্যুত গোৱিন্দ
ভকতৰ ভয়হাৰী ॥ ৮৫৮

জয় যাদৱ এ মোৰে প্ৰাণ জীৱৰ জীৱন নাৰায়ণ।
ভকতৰ ধন তযু অৰুণ চৰণ ॥ ৮৫৯

ৰাম কৃষ্ণ ৰাম কৃষ্ণ হৰি ৰাম কৃষ্ণ ৰাম কৃষ্ণ হৰি।
ৰাম কৃষ্ণ ৰাম কৃষ্ণ হৰি জয় নাৰায়ণ ॥ ৮৬০

ৰাম ৰাম ৰাম ৰাম ৰাম।
ৰাম কৃষ্ণ হৰি নাৰায়ণ ॥ ৮৬১

ৰাম ৰাম ৰাম ৰাম।
ৰাম কৃষ্ণ হৰি হৰি হৰি ॥ ৮৬২

হৰি হৰি ৰাম ৰাম কৃষ্ণ ৰাম ৰাম ৰাম।
শ্ৰীৰাম জয় জয় ৰাম ॥ ৮৬৩

ৰাম ৰাম ৰাম ৰাম গোপাল।
জীৱৰ জীৱন যদুৰায় ॥ ৮৬৪

দীন দায়াশীল দেৱ দামোদৰ হৰি দামোদৰ।
দামোদৰ দামোদৰ দেৱ দামোদৰ ॥ ৮৬৫

অনাদি অনন্ত সদাশিৱ সনাতন হৰি এ।
নিত্য নিৰঞ্জন হৰি নিত্য নিত্য নিৰঞ্জন ॥ ৮৬৬

নিত্য নিৰঞ্জন হৰি নিত্য নিৰঞ্জন।
নিত্য নিৰঞ্জন নিত্য নিৰঞ্জন হৰি নিত্য নিৰঞ্জন ॥ ৮৬৭

মুৰাৰি মধুৰিপু ৰাঘৱ এ ৰাম ৰঘুপতি ৰাম ৰাম ৰাম
হৰি ৰাম ৰাম ৰাম।
ৰাম ৰাম ৰাম নাৰায়ণ জয় নাৰায়ণ ॥ ৮৬৮

যাদৱ যদুপতি মাধৱ এ
ৰাম ৰাম কৃষ্ণ নাৰায়ণ হৰি নাৰায়ণ।
নাৰায়ণ হৰি নাৰায়ণ ॥ ৮৬৯

ৰাম কৃষ্ণ গোৱিন্দ গোপীনাথ হৰি গোপীনাথ।
গোপীনাথ গোপীনাথ হৰি গোপীনাথ ॥ ৮৭০

করুণা সাগৰ মোৰ বান্ধৱ এ।
ৰাম ৰাম ৰাম ৰাম ৰাম ৰাম ॥ ৮৭১

ৰাম ৰাম ৰাম ৰাম গোৱিন্দ।
ৰাম ৰাম ৰাম হৰি ৰাম ধাম ৰাম ৰাম ৰাম ॥ ৮৭২

ৰাম কৃষ্ণ হৰি গোপাল গোৱিন্দ মুকুন্দ হৰি মুৰাৰি ॥ ৮৭৩

ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম।
ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম
ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম গোৱিন্দ জয় ৰাম ॥ ৮৭৪

ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম হৰি।
ৰাম কৃষ্ণ ৰাম
ৰাম কৃষ্ণ ৰাম ৰাম কৃষ্ণ ৰাম ॥ ৮৭৫

হৰি ৰাম ৰাম ৰাম ৰাম ৰাম ৰাম।
পতিত পাৱন হৰি গুণে অনুপাম ॥ ৮৭৬

মোৰ প্ৰভু নাৰায়ণ ৰাম কৃষ্ণ ৰাম।
ভকত বৎসল প্ৰভু গুণে অনুপাম ॥ ৮৭৭

ৰাম কৃষ্ণ নাৰায়ণ হৰি ৰে হে।
প্ৰভু ৰে হে ৰাম ৰাম ৰাম ॥ ৮৭৮

মুকুন্দ মাধৱ মুৰাৰি মধু ৰিপু।
জগতজীৱন ৰাম হৰি হৰি ॥ ৮৭৯

জয়তি যদুপতি জগতজীৱন
যাদৱ মাধৱ ৰাম হৰি হৰি।
পৰমপুৰুষ ৰাম জয় জয় ॥ ৮৮০

ৰাম ৰাম কৃষ্ণ ৰাম ৰাম কৃষ্ণ।
ৰাম ৰাম কৃষ্ণ ৰাম হৰি হৰি ॥ ৮৮১

ৰাম ৰাম ৰাম ৰাঘৱ ৰঘুপতি
প্ৰণত পালক দেৱ হৰি হৰি।
প্ৰপন্ন তাৰকদেৱ জয় জয় ॥ ৮৮২

হৰি তো হৰি হৰি হৰি তো হৰি হৰি।
হৰি তো হৰি হৰি ৰাম জয় জয় ॥ ৮৮৩

কৃষ্ণদেৱ তুমি প্ৰভু দীন দুখ হাৰী।
ভকতৰঞ্জন ভয় ভঞ্জন মুৰাৰি ॥ ৮৮৪

গোপাল গোপীনাথ গোৱিন্দ ৰাম ৰাম।
গোৱিন্দ ৰাম কৃষ্ণ গোৱিন্দ ৰাম ॥ ৮৮৫

গোৱিন্দ ৰাম গোৱিন্দ ৰাম।
গোপাল গোৱিন্দ ৰাম ৰাম ॥ ৮৮৬

হৰি হৰি হৰি ৰাম গোৱিন্দ।
মুৰাৰি মুকুন্দ জয় ৰাম ॥ ৮৮৭

ৰাম কৃষ্ণ হৰি ৰাম ৰাম।
গোপাল গোৱিন্দ জয় ৰাম ॥ ৮৮৮

ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম।
অমিয়া মাধুৰি তযু নাম ॥ ৮৮৯

ৰাম কৃষ্ণ ৰাম কৃষ্ণ জয়।
ৰাম কৃষ্ণ দীন দায়াময় ॥ ৮৯০

যাদৱ মাধৱ দীন দায়াল।
দেৱকী নন্দন ৰাম গোপাল ॥ ৮৯১

ৰাম ৰঘুপতি পৰমানন্দ।
পৰমপুৰুষ দীনবন্ধু গোৱিন্দ ॥ ৮৯২

মোৰে ইষ্ট দেৱ যাদৱৰায়।
সেৱা কৰিবাৰ নামে উপায় ॥ ৮৯৩

গোবিন্দ এ জয় কৃষ্ণ।
জগতজীৱন ৰাম ॥ ৮৯৪

সহজানন্দ হৰি স্বৰূপানন্দ।
হৃদয়ানন্দ হৰি পৰমানন্দ ॥ ৮৯৫

গোপাল গোৱিন্দ ৰাম মাধৱ।
ভকতজনৰ তুমি বান্ধৱ ॥ ৮৯৬

ৰাম কৃষ্ণ নাৰায়ণ হৰি ৰে হে।
প্ৰভু ৰে হে ৰাম ৰাম ৰাম ॥ ৮৭৮

মুকুন্দ মাধৱ মুৰাৰি মধু ৰিপু।
জগতজীৱন ৰাম হৰি হৰি ॥ ৮৭৯

জয়তি যদুপতি জগতজীৱন
যাদৱ মাধৱ ৰাম হৰি হৰি।
পৰমপুৰুষ ৰাম জয় জয় ॥ ৮৮০

ৰাম ৰাম কৃষ্ণ ৰাম ৰাম কৃষ্ণ।
ৰাম ৰাম কৃষ্ণ ৰাম হৰি হৰি ॥ ৮৮১

ৰাম ৰাম ৰাম ৰাঘৱ ৰঘুপতি
প্ৰণত পালক দেৱ হৰি হৰি।
প্ৰপন্ন তাৰকদেৱ জয় জয় ॥ ৮৮২

হৰি তো হৰি হৰি হৰি তো হৰি হৰি।
হৰি তো হৰি হৰি ৰাম জয় জয় ॥ ৮৮৩

কৃষ্ণদেৱ তুমি প্ৰভু দীন দুখ হাৰী।
ভকতৰঞ্জন ভয় ভঞ্জন মুৰাৰি ॥ ৮৮৪

গোপাল গোপীনাথ গোৱিন্দ ৰাম ৰাম।
গোৱিন্দ ৰাম কৃষ্ণ গোৱিন্দ ৰাম ॥ ৮৮৫

গোৱিন্দ ৰাম গোৱিন্দ ৰাম।
গোপাল গোৱিন্দ ৰাম ৰাম ॥ ৮৮৬

হৰি হৰি হৰি ৰাম গোৱিন্দ।
মুৰাৰি মুকুন্দ জয় ৰাম ॥ ৮৮৭

ৰাম কৃষ্ণ হৰি ৰাম ৰাম।
গোপাল গোৱিন্দ জয় ৰাম ॥ ৮৮৮

ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম।
অমিয়া মাধুৰি তযু নাম ॥ ৮৮৯

ৰাম কৃষ্ণ ৰাম কৃষ্ণ জয়।
ৰাম কৃষ্ণ দীন দায়াময় ॥ ৮৯০

যাদৱ মাধৱ দীন দায়াল।
দেৱকী নন্দন ৰাম গোপাল ॥ ৮৯১

ৰাম ৰঘুপতি পৰমানন্দ।
পৰমপুৰুষ দীনবন্ধু গোৱিন্দ ॥ ৮৯২

মোৰে ইষ্ট দেৱ যাদৱৰায়।
সেৱা কৰিবাৰ নামে উপায় ॥ ৮৯৩

গোবিন্দ এ জয় কৃষ্ণ।
জগতজীৱন ৰাম ॥ ৮৯৪

সহজানন্দ হৰি স্বৰূপানন্দ।
হৃদয়ানন্দ হৰি পৰমানন্দ ॥ ৮৯৫

গোপাল গোৱিন্দ ৰাম মাধৱ।
ভকতজনৰ তুমি বান্ধৱ ॥ ৮৯৬

গোপাল গোৱিন্দ গৰুড় কেতু।
ভকতৰ ধন জীৱন হেতু ॥ ৮৯৭

ৰাম নিৰঞ্জন নিৰাময়।
জয় জগন্নাথ দায়াময় ॥ ৮৯৮

গোৱিন্দ গোৱিন্দ গোৱিন্দ ৰাম।
পতিত পাৱন তোমাৰ নাম ॥ ৮৯৯

হৰি ৰাম ছিৰীৰাম।
বামন পৰশুৰাম ॥ ৯০০

মুকুন্দ মুৰাৰি দীন দায়াশীল হৰি ৰাম ॥ ৯০১

কমল লোচন দুখ মোচন মুৰাৰি ৰাম ॥ ৯০২

ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম।
ৰাম নাৰায়ণ ৰাম কৃষ্ণ ৰাম ॥ ৯০৩

বনমালী গোৱিন্দ ৰাম কৃষ্ণ হৰি ॥ ৯০৪

জীৱেৰ জীৱন ধন মুকুন্দ মুৰাৰি নাৰায়ণ ॥ ৯০৫

ৰাম কৃষ্ণ হৰি অনন্ত মুৰাৰি এ হৰি নাৰায়ণ।
ভকতজনৰ দুখ ভয় হাৰী এ হৰি নাৰায়ণ ॥ ৯০৬

নমো নাৰায়ণ নমো নাৰায়ণ।
নিৰঞ্জন নিৰাকাৰ নিৰ্ব্বিকাৰ নিৰাময়
নৰোত্তম সম সনাতন ॥ ৯০৭

ৰাম হৃষীকেশ গোৱিন্দ হৃষীকেশ ॥ ৯০৮

গোৱিন্দ ৰাম গোৱিন্দ ৰাম ।

ৰাম কৃষ্ণ গোৱিন্দ ৰাম ॥ ৯০৯

এ ৰাম ৰাম কৃষ্ণ ৰাম নাৰায়ণ ॥ ৯১০

হৰি ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম ॥ ৯১১

ৰাম কৃষ্ণ ৰাম এ ৰাম নাৰায়ণ ॥ ৯১২

জয় ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম কৃষ্ণ হৰি ॥ ৯১৩

ৰাম কৃষ্ণ ৰাম কৃষ্ণ শিৱ সনাতন ।
তুমিসে গোৱিন্দ ভকতৰ মহাধন ॥ ৯১৪

জয় হৰি ৰাম জয় ছিৰীৰাম ।
পৰমমঙ্গল মাধৱৰ গুণ নাম এ জয় হৰি ৰাম ॥ ৯১৫

কৃষ্ণ কৃষ্ণ ৰাম জয় জয় ৰাম ।
মধু মুৰ মথন মুৰাৰি হৰি ৰাম এ কৃষ্ণ কৃষ্ণ ৰাম ॥ ৯১৬

ৰাম কমলাপতি তুমি অগতিৰ গতি ।
ভকতি মিনতি তুতি নজানো পামৰমতি ॥ ৯১৭

গোপাল জয় ৰাম গোৱিন্দ জয় ৰাম ॥ ৯১৮

গোপাল গোৱিন্দ ৰাম কৃষ্ণ মুকুন্দ ॥ ৯১৯

গোৱিন্দ গোৱিন্দ দেৱকী নন্দন হৰি ৰাম নাৰায়ণ ॥ ৯২০

গোপাল গোৱিন্দ মুকুন্দ ৰাম ৰাম ॥ ৯২১

হৰি ৰাম ছিৰীৰাম জয় জয় ৰাম ৰাম ॥ ৯২২

এ ৰাম জয় ৰাম জয় ৰাম জয় জয় ৰাম।

ও হৰি ৰাম ৰাম জয় ৰাম জয় ৰাম ॥ ৯২৩

শিৱ শিৱ শিৱ শিৱ শিৱ।

শিৱ সনাতন জগজীৱ ॥ ৯২৪

মাধৱ মাধৱ মাধৱ মধুৰিপু গোৱিন্দ কৃষ্ণ
হৰি হৰি ৰাম ॥ ৯২৫

নাৰায়ণ নিৰঞ্জন নিৰাকাৰ নিৰাময়

মুৰাৰি এ হৰি হৰি ৰাম ॥ ৯২৬

প্ৰাণ গোপাল দীনবন্ধু নাৰায়ণ ॥ ৯২৭

হে হে পৰমগুৰু পুৰুষোত্তম হৰি পুৰুষোত্তম।

পুৰুষোত্তম পুৰুষোত্তম জয় পুৰুষোত্তম ॥ ৯২৮

ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম ৰাম কৃষ্ণ জয় নাৰায়ণ ॥ ৯২৯

মোৰ প্ৰভু নাৰায়ণ পৰমানন্দ হৰি পৰমানন্দ পৰমানন্দ।

পৰমানন্দ হৰি পৰমানন্দ ॥ ৯৩০

ৰাম কৃষ্ণ ৰাম কৃষ্ণ প্ৰভুদেৱ নাৰায়ণ নাৰায়ণ

নাৰায়ণ ৰাম কৃষ্ণ ৰাম কৃষ্ণ প্ৰভুদেৱ ॥ ৯৩১

গোপাল গোৱিন্দ হৰি ৰাম ৰাম।

ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম ৰাম ॥ ৯৩২

পৰমপুৰুষ শিৱ সনাতন।

অনন্ত অচ্যুত নিত্য নিৰঞ্জন ॥ ৯৩৩

ৰাম নিৰঞ্জন ও ৰাম নিৰঞ্জন।
নিৰাকাৰ হৰি ৰে ৰাম ॥ ৯৩৪

ৰাম সদাশিৱ ও প্ৰাণ সদাশিৱ সনাতন
প্ৰভু ৰে ৰাম ॥ ৯৩৫

ৰাম দায়াশীল মোৰে প্ৰভু দায়াশীল।
দেৱ দীনবন্ধু ৰে ৰাম ॥ ৯৩৬

হৰি হৰি পৰমানন্দ প্ৰভু
পীতাম্বৰ হৰি পীতাম্বৰ।
পীতাম্বৰ পীতাম্বৰ প্ৰভু পীতাম্বৰ ॥ ৯৩৭

হৰি হৰি ৰাম বান্ধৱ হৰি ৰাম।
হৰি হৰি এ নাৰায়ণ জয় গোৱিন্দ ৰাম ॥ ৯৩৮

পৰমানন্দ জয় পৰমানন্দ।
হৰি হৰি হৰি হৰি হৰি হৰি এ
হৰি এ পৰমানন্দ জয় পৰমানন্দ ॥ ৯৩৯

কমলাকান্ত জয় কমলাকান্ত।
কমললোচন বনমালী হৰি এ বনমালী এ।
কমলাকান্ত, জয় কমলাকান্ত ॥ ৯৪০

দামোদৰ প্ৰভু দামোদৰ
দেৱকীনন্দন দীনবন্ধু হৰি এ
দীনবন্ধু এ দামোদৰ দেৱ দামোদৰ ॥ ৯৪১

জগতজীৱন ৰাম যদুপতি জগতজীৱন ৰাম হৰি হৰি
জগতজীৱন ৰাম ॥ ৯৪২

জগতজীৱন ৰাম যদুপতি জগতজীৱন ৰাম হৰি হৰি
গতজজীৱন ৰাম ॥ ৯৪৩

জগজীৱন ৰাম জগজীৱন ৰাম ।
জগতৰ সুমঙ্গল তুৱা গুণ নাম ॥ ৯৪৪

মধুসূদন দেৱ মধুসূদন দেৱ ।
তুমি বিনে অগতিৰ গতি নাহি কেৱ ॥ ৯৪৫

ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম হৰি হৰি ।
ৰামতে ৰমোহো অবিৰাম ৰাম ৰাম ॥ ৯৪৬

ৰাম নাম ধৰ্ম্ম অনুপাম হৰি হৰি ।
পূৰে ভকতৰ মন কাম ৰাম ৰাম ॥ ৯৪৭

কলি যুগে ৰাম নাম সাৰ হৰি হৰি ।
ৰাম নাম বিনে নাহি আৰ ৰাম ৰাম ॥ ৯৪৮

ৰাম বুলি পাৰে ভৱ পাৰ হৰি হৰি ।
ৰাম নাম জগত উদ্ধাৰ ৰাম ৰাম ॥ ৯৪৯

ৰাম নাম অমূল্য ৰতন হৰি হৰি ।
ৰাম নাম বিনে নাহি ধন ৰাম ৰাম ॥ ৯৫০

ৰাম নাম মুক্তি বিড়ম্বন হৰি হৰি ।
জপ ৰাম নাম অনুক্ষণ ৰাম ৰাম ॥ ৯৫১

ৰাম নামে ভকতি সুগম হৰি হৰি।
নাহি ভক্তি ৰাম নাম সম ৰাম ৰাম ॥ ৯৫২

ৰাম নাম ধৰ্ম্মতে উত্তম হৰি হৰি।
ৰাম নাম পাতকৰ যম ৰাম ৰাম ॥ ৯৫৩

ৰাম নামে ধৰ্ম্ম শিৰোমণি হৰি হৰি।
ৰাম নাম পাপৰ অগনি ৰাম ৰাম ॥ ৯৫৪

ৰাম নাম মৃত সঞ্জীৱনী হৰি হৰি।
ৰাম নাম ঘুষিয়োক ছানি ৰাম ৰাম ॥ ৯৫৫

জগন্নাথ জগন্নাথ জগন্নাথ জগন্নাথ জগন্নাথ জগন্নাথ হৰি
জগন্নাথ জগন্নাথ জগন্নাথ জগন্নাথ জগন্নাথ জগন্নাথ
হৰি হৰি ৰাম।
জগন্নাথ জগন্নাথ হৰি ॥ ৯৫৬

নিৰঞ্জন নিৰঞ্জন নিৰঞ্জন নিৰঞ্জন নিৰঞ্জন নিৰঞ্জন হৰি
নিৰঞ্জন নিৰঞ্জন নিৰঞ্জন নিৰঞ্জন নিৰঞ্জন নিৰঞ্জন হৰি
হৰি ৰাম নিৰঞ্জন নিৰঞ্জন হৰি ॥ ৯৫৭

গোপাল গোপাল গোপাল গোপাল
গোপাল গোপাল ৰাম।
গোপাল গোপাল গোপাল গোপাল
গোপাল গোপাল গোপাল ৰাম ॥ ৯৫৮

ৰাম হৰি হৰি ৰাম হৰি হৰি ৰাম হৰি হৰি ৰাম।
ৰাম হৰি হৰি ৰাম হৰি হৰি ৰাম হৰি হৰি ৰাম ॥ ৯৫৯

গোৱিন্দ ৰাম গোৱিন্দ ৰাম গোৱিন্দ ৰাম
গোৱিন্দ ৰাম গোৱিন্দ ৰাম গোৱিন্দ ৰাম হৰি।
গোৱিন্দ গোৱিন্দ গোৱিন্দ গোৱিন্দ
গোৱিন্দ গোৱিন্দ গোৱিন্দ গোৱিন্দ
গোৱিন্দ গোৱিন্দ গোৱিন্দ গোৱিন্দ ৰাম ॥ ৯৬০

মুকুন্দ মুৰাৰি মুকুন্দ মুৰাৰি
মুকুন্দ মুৰাৰি মুকুন্দ মুৰাৰি
মুকুন্দ মুৰাৰি হৰি ৰে হে।
হৰি হৰি হৰি হৰি হৰি হৰি হৰি ৰাম শ্ৰীৰাম ॥ ৯৬১

ৰাম কৃষ্ণ হৰি ৰাম কৃষ্ণ হৰি
ৰাম কৃষ্ণ হৰি ৰাম কৃষ্ণ হৰি
ৰাম কৃষ্ণ হৰি ৰাম কৃষ্ণ হৰি ৰাম।
ৰাম কৃষ্ণ হৰি মুকুন্দ মুৰাৰি মাধৱ মধুসূদন হৰি হৰি
যাদৱ যদুনন্দন ॥ ৯৬২

ৰাম ৰাম ৰাম ৰাম ৰাম ৰাম ৰাম ৰাম।
ৰাম ৰাম ৰাম ৰাম ৰাম হৰি হৰি ৰাম
ৰাম ৰাম ৰাম ৰাম ৰাম ॥ ৯৬৩

হৰি হৰি হৰি হৰি হৰি হৰি
হৰি হৰি হৰি হৰি হৰি এ
প্ৰাণবন্ধু হৰি হৰি হৰি হৰি এ
মোৰে প্ৰাণধন হৰি এ

অনাদি অনন্ত প্ৰভু ভগৱন্ত ভজো চৰণত ধৰি এ
হৰি হৰি ভজো চৰণত ধৰি এ।

পতিত পাৱন প্ৰভু নাৰায়ণ
সেৱক লৈয়ো উদ্ধাৰি
দীনবন্ধু সেৱক লৈয়ো উদ্ধাৰি গোৱিন্দ জয় ৰাম ॥ ৯৬৪

মুৰাৰি মুকুন্দ ৰাম মুৰাৰি মুকুন্দ ৰাম
মুৰাৰি মুকুন্দ জয় ৰাম।
সুমৰণে পাপ ক্ষয় মিলে মহামহোদয়
দুখচয় গুচে শোক ভয় হৰি ৰাম ॥ ৯৬৫

ৰাম কৃষ্ণ গোৱিন্দ ৰাম কৃষ্ণ গোৱিন্দ
ৰাম কৃষ্ণ গোৱিন্দ হৰি।
বনমালী বাসুদেৱ পদ্মনাভ জনাৰ্দ্দন
মাধৱ মুকুন্দ মুৰাৰি হৰি ৰাম ॥ ৯৬৬

মাধৱ মধুৰ মূৰতি মধুসূদন দনুজ দমন দুখহাৰী
পীতাম্বৰধৰ শ্যামসুন্দৰ হৰি।
জয় জয় মুকুন্দ মুৰাৰি হৰি ৰাম ॥ ৯৬৭

ৰাম জয় হৰি জয় জয় ৰাম কৃষ্ণ ৰাম হৰি জয় ॥ ৯৬৮

ৰাম কৃষ্ণ যিটো সততে সুমৰে তাৰ আৰ কাক ভয়
সমস্তে ধৰ্ম্মৰ উপৰে বসিয়া ৰাম নাম প্ৰকাশয় ॥ ৯৬৯

গোৱিন্দ ৰাম গোৱিন্দ ৰাম গোৱিন্দ ৰাম
গোৱিন্দ ৰাম গোৱিন্দ ৰাম গোৱিন্দ ৰাম হৰি ।
গোৱিন্দ গোৱিন্দ গোৱিন্দ গোৱিন্দ
গোৱিন্দ গোৱিন্দ গোৱিন্দ গোৱিন্দ
গোৱিন্দ গোৱিন্দ গোৱিন্দ গোৱিন্দ ৰাম ॥ ৯৬০

মুকুন্দ মুৰাৰি মুকুন্দ মুৰাৰি
মুকুন্দ মুৰাৰি মুকুন্দ মুৰাৰি
মুকুন্দ মুৰাৰি হৰি ৰে হে ।
হৰি হৰি হৰি হৰি হৰি হৰি হৰি ৰাম শ্ৰীৰাম ॥ ৯৬১

ৰাম কৃষ্ণ হৰি ৰাম কৃষ্ণ হৰি
ৰাম কৃষ্ণ হৰি ৰাম কৃষ্ণ হৰি
ৰাম কৃষ্ণ হৰি ৰাম কৃষ্ণ হৰি ৰাম ।
ৰাম কৃষ্ণ হৰি মুকুন্দ মুৰাৰি মাধৱ মধুসূদন হৰি হৰি
যাদৱ যদুনন্দন ॥ ৯৬২

ৰাম ৰাম ৰাম ৰাম ৰাম ৰাম ৰাম ৰাম ।
ৰাম ৰাম ৰাম ৰাম ৰাম হৰি হৰি ৰাম
ৰাম ৰাম ৰাম ৰাম ৰাম ॥ ৯৬৩

হৰি হৰি হৰি হৰি হৰি হৰি
হৰি হৰি হৰি হৰি হৰি এ
প্ৰাণবন্ধু হৰি হৰি হৰি হৰি এ
মোৰে প্ৰাণধন হৰি এ

অনাদি অনন্ত প্ৰভু ভগৱন্ত ভজো চৰণত ধৰি এ
হৰি হৰি ভজো চৰণত ধৰি এ ।

পতিত পাৱন প্ৰভু নাৰায়ণ
সেৱক লৈয়ো উদ্ধাৰি
দীনবন্ধু সেৱক লৈয়ো উদ্ধাৰি গোৱিন্দ জয় ৰাম ॥ ৯৬৪

মুৰাৰি মুকুন্দ ৰাম মুৰাৰি মুকুন্দ ৰাম
মুৰাৰি মুকুন্দ জয় ৰাম ।
স্মৰণে পাপ ক্ষয় মিলে মহামহোদয়
দুখচয় গুচে শোক ভয় হৰি ৰাম ॥ ৯৬৫

ৰাম কৃষ্ণ গোৱিন্দ ৰাম কৃষ্ণ গোৱিন্দ
ৰাম কৃষ্ণ গোৱিন্দ হৰি ।
বনমালী বাসুদেৱ পদ্মনাভ জনাৰ্দ্দন
মাধৱ মুকুন্দ মুৰাৰি হৰি ৰাম ॥ ৯৬৬

মাধৱ মধুৰ মূৰতি মধুসূদন দনুজ দমন দুখহাৰী
পীতাম্বৰধৰ শ্যামসুন্দৰ হৰি ।
জয় জয় মুকুন্দ মুৰাৰি হৰি ৰাম ॥ ৯৬৭

ৰাম জয় হৰি জয় জয় ৰাম কৃষ্ণ ৰাম হৰি জয় ॥ ৯৬৮

ৰাম কৃষ্ণ যিটো সততে স্মৰে তাৰ আৰ কাক ভয়
সমস্তে ধৰ্ম্মৰ উপৰে বসিয়া ৰাম নাম প্ৰকাশয় ॥ ৯৬৯

ৰাম কৃষ্ণ নাম কীৰ্ত্তন বিনাই কৃত্য শেষ নথাকয় ।
ৰাম কৃষ্ণ নাম কীৰ্ত্তনে কৃষ্ণৰ কৃপাৰ মন্দিৰ হয় ॥ ৯৭০

ৰাম কৃষ্ণ নাম কীৰ্ত্তনে স্বভাৱে সংসাৰ সুখে তৰয় ।
ৰাম কৃষ্ণ নাম কীৰ্ত্তনে সমস্তে বিঘিনি নাশ কৰয় ॥ ৯৭১

ৰাম কৃষ্ণ নাম ৰসক লভিয়া মুকুতিকো নগণয় ।
ৰাম কৃষ্ণ নাম পৰম আনন্দ সমুদ্ৰে মজি থাকয় ॥ ৯৭২

ৰাম কৃষ্ণ নাম কীৰ্ত্তন প্ৰসাদে হৰিৰ বল্লভ হয় ।
ৰাম কৃষ্ণ নাম কীৰ্ত্তন কৰিয়া হৰিকো বশ্য কৰয় ॥ ৯৭৩

ৰাম হৰি জয় ৰাম হৰি ।
গোপাল গোৱিন্দ ৰাম হৰি জয় ॥ ৯৭৪

ৰাম হৰি জয় ৰাম ৰাম হৰি জয় ৰাম ৰাম ॥ ৯৭৫

এ হৰি হৰি ৰাম জয় ।
ৰাম হৰি জয় ৰাম গোৱিন্দ ॥ ৯৭৬

ৰাম জয় জয় ৰাম জয় ।
মুকুন্দ মুৰাৰি ৰাম হৰি জয় ॥ ৯৭৭

খেদ

ঘোষা ॥ এ হৰি হৰি হৰি হৰি
কি কাম কৰিলো আমি।
হৰি হৰি হৰি
সাধু সঙ্গ লৈয়া তোমাক নভজি
ভৈলো কিনো অধোগামী ॥ ৯৭৮

পদ ॥ নিজ দাস হুয়া সেৱাক তেজিলো।
এই দোষে ঘোৰ আপদে মজিলো ॥ ৯৭৯

তুমিসি সুহৃদ আত্মা প্ৰিয়তম।
তথাপি তোমাক নভজো কি মঞি অধম ॥ ৯৮০

তুমি নিজ পিতৃ গুৰু ইষ্ট মোৰ।
মই মন্দমতি ভৈলো সেৱা চোৰ ॥ ৯৮১

অধমকো তাৰে তোমাৰ ভকতি।
তথাপি তোমাক নভজো কুমতি ॥ ৯৮২

ইষ্ট দেৱ বুলি তোমাক নধৰো।
নিকাৰ ভুঞ্জিয়া সংসাৰতে মৰো ॥ ৯৮৩

তুমিসে কেৱলে কৰুণা সাগৰ।
তোমাক নভজো কি মঞি পামৰ ॥ ৯৮৪

আৰে কৃপাময় দিয়োক শৰণ।
দোষ মৰিষণ তোমাৰ চৰণ ॥ ৯৮৫

ইবাৰ ঈশ্বৰ নছাড়িবা মোক।
মোৰ মন মজি তোমাতে ৰহোক ॥ ৯৮৬

মোৰ প্ৰাণ হৰে জীৱন প্ৰাণ হৰে।
হৰি ৰে ৰাম ৰাম কৃষ্ণ হৰে ॥ ৯৮৭

কৃষ্ণ হৰি এ প্ৰাণ হৰি এ
হৰি ৰে ৰাম ৰাম ৰাম ৰাম ॥ ৯৮৮

গোৱিন্দ ৰে জয় কৃষ্ণ জয় ৰাম জয় ৰাম ॥ ৯৮৯
হৰি হৰি ৰাম বান্ধৱ হৰি ৰাম ॥ ৯৯০

হৰি হৰি এ নাৰায়ণ জয় গোৱিন্দ ৰাম ॥ ৯৯১

হৰি হৰি এ নাৰায়ণ জয় গোৱিন্দ ৰাম ॥ ৯৯২

কৃষ্ণ ৰাম গোৱিন্দ। হৰি ৰাম গোৱিন্দ জয় জয় ॥ ৯৯৩
গোৱিন্দ কৃষ্ণ ৰাম ৰাম ৰাম।
গোৱিন্দ গোৱিন্দ ৰাম ৰাম ॥ ৯৯৪

গোৱিন্দ মাধৱ প্ৰাণবান্ধৱ ৰাম কৃষ্ণ হৰি জয় ॥ ৯৯
হিয়াৰ মাজে নামৰ ভাণ্ডাৰ মুখে বাজ হয়।
ৰাম নামে মাৰণা মাৰে পাপ কটকৰ ক্ষয় ॥ ৯৯৬

পাপ বিপক্ষক সংহৰি হৰিৰ নামে খলখলি হাসে।
সকলে সুখৰ উপৰে বসিয়া হৰিৰ নাম প্ৰকাশে ॥ ৯৯৭

মুকুতি সুখক বশ্য কৰি হৰি নামে আনন্দত নাচে।
পুৰুষে সহিতে সখিত কৰিয়া চলয় হৰিৰ কাছে ॥ ৯৯৮

আপুন নামৰ মহিমা দেখিয়া হৰিৰ আনন্দ চৰে।

যিটো নাম লয় হৰি তাৰ হয়

ই পুনু ৰহস্য ৰবে ॥ ৯৯৯

হৰি গুণ নাম ভাবিয়া পুৰুষে

ৰহয় হৰিৰ পাশে।

হৰিৰ চৰণ হৃদয়ে ধৰিয়া

কহয় মাধৱ দাসে ॥ ৯৯৯ক

খেদ

ঘোষা ॥ এ ভাৱক ভাই ভজ ভগৱন্ত ভকতিভাৱে।

ভগৱন্ত ভজিয়া পৰম গতি পাৱে ॥ ১০০০

পদ ॥ ভগৱন্ত নভজি চলয় যম ঠাৱে।

ভগৱন্ত ভকতক শমনে নধাৱে ॥ ১০০১

---

ক্রম পদসংখ্যা পাঠান্তৰ :

৯ ॥ ধৈৰ্য্য—( পুথি ) ধোজ। ১৪ ॥ শঙ্কঞো—সঙ্কাএ।

১৭ ॥ নিচল—নিশ্চল। ৩৯ ॥ সতী—গতি।

৪৪ ॥ সৰ্ব্বশ্ৰুতি—সৰস্বতী। ৪৫ ॥ ডুকুঞ—ডুকুন।

৫২ ॥ 'কো-ৱা কো-ৱা' ক ৱাক্য বচন—'কোবা কোবা' কুবাক্য বচন।

ইবাৰ ঈশ্বৰ নছাড়িবা মোক ।
মোৰ মন মজি তোমাতে ৰহোক ॥ ৯৮৬

মোৰ প্ৰাণ হৰে জীৱন প্ৰাণ হৰে ।
হৰি ৰে ৰাম ৰাম কৃষ্ণ হৰে ॥ ৯৮৭

কৃষ্ণ হৰি এ প্ৰাণ হৰি এ
হৰি ৰে ৰাম ৰাম ৰাম ৰাম ॥ ৯৮৮

গোৱিন্দ ৰে জয় কৃষ্ণ জয় ৰাম জয় ৰাম ॥ ৯৮৯
হৰি হৰি ৰাম বান্ধৱ হৰি ৰাম ॥ ৯৯০

হৰি হৰি এ নাৰায়ণ জয় গোৱিন্দ ৰাম ॥ ৯৯১

হৰি হৰি এ নাৰায়ণ জয় গোৱিন্দ ৰাম ॥ ৯৯২

কৃষ্ণ ৰাম গোৱিন্দ । হৰি ৰাম গোৱিন্দ জয় জয় ॥ ৯৯৩
গোৱিন্দ কৃষ্ণ ৰাম ৰাম ৰাম ।
গোৱিন্দ গোৱিন্দ ৰাম ৰাম ॥ ৯৯৪

গোৱিন্দ মাধৱ প্ৰাণবান্ধৱ ৰাম কৃষ্ণ হৰি জয় ॥ ৯৯
হিয়াৰ মাজে নামৰ ভাণ্ডাৰ মুখে বাজ হয় ।
ৰাম নামে মাৰণা মাৰে পাপ কটকৰ ক্ষয় ॥ ৯৯৬

পাপ বিপক্ষক সংহৰি হৰিৰ নামে খলখলি হাসে ।
সকলে সুখৰ উপৰে বসিয়া হৰিৰ নাম প্ৰকাশে ॥ ৯৯৭

মুকুতি সুখক বশ্য কৰি হৰি নামে আনন্দত নাচে ।
পুৰুষে সহিতে সখিত কৰিয়া চলয় হৰিৰ কাছে ॥ ৯৯৮

আপুন নামৰ মহিমা দেখিয়া হৰিৰ আনন্দ চৰে।

যিটো নাম লয়    হৰি তাৰ হয়

ই পুনু ৰহস্য বৰে ॥ ৯৯৯

হৰি গুণ নাম    ভাবিয়া পুৰুষে

ৰহয় হৰিৰ পাশে।

হৰিৰ চৰণ    হৃদয়ে ধৰিয়া

কহয় মাধৱ দাসে ॥ ৯৯৯ক

## খেদ

ঘোষা ॥ এ ভাৱক ভাই ভজ ভগৱন্ত ভকতিভাৱে।
ভগৱন্ত ভজিয়া পৰম গতি পাৱে ॥ ১০০০

পদ ॥ ভগৱন্ত নভজি চলয় যম ঠাৱে।
ভগৱন্ত ভকতক শমনে নধাৱে ॥ ১০০১

---

ক্রম পদসংখ্যা পাঠান্তৰ ঃ

৯ ॥ ধৈৰ্য্য—( পুথি ) ধোৈজ।   ১৪ ॥ শঙ্কঞো—সঙ্কাএ।

১৭ ॥ নিচল—নিশ্চল।   ৩৯ ॥ সতী—গতি।

৪৪ ॥ সৰ্ব্বশ্ৰুতি— সৰস্বতী।   ৪৫ ॥ ডুক্কঞ—ডুক্কন।

৫২ ॥ 'কো-ৰা কো-ৰা' ক ৰাক্য বচন—'কোবা কোবা' কুবাক্য বচন।

ভগৱন্ত ভজিয়া জনম বাহুড়াৱে।
আন যত সৱে মিছা ভক্তিৰ অভাৱে ॥ ১০০২

জানিয়া ভজিয়ো ভাই ভগৱন্ত পাৱে।
এহু ৰস মাধৱ মুৰুখমতি গাৱে ॥ ১০০৩

॥ শ্রীকৃষ্ণায় নমঃ ॥

---

৭৬-৮২ ॥ [ ১৩৯ ঘোষাৰ পিছত ৬০-৬৩ ঘোষা, তাৰ পিছতেহে এইকেইটি ঘোষা। ]

৮৩ ॥ অবিস্থায়— মহিমায়। ১০৩ ॥ ব্যাপাৰ সকল—কামনা সকল।

১২০ ॥ ইসি নিজ মনুষ্য ধৰম—মনুষ্যৰ ইসি নিজ ধর্ম্ম।

১২৩ ॥ নির্ম্মৎসৰ – হৰে মন।

১৬৫ ॥ মধুৱতে—( পুথি ) মধু অতে। ( ছপা ) মধুমতী।

১৯০ ॥ ৰসকো—সুখকো। ২০৫ ॥ অসন্ত—অসত্য, সন্ত—সত্য।

৪৬৫ ॥ মিলিল মহোদয়—হৈল ভাগ্যোদয়।

৬৩৩ ॥ সূচক—নিন্দুক, খলুৱা।

৯৬২ ॥ ( ওপৰঞ্চি )—মুৰাৰি মুকুন্দ জয় ৰাম।

৯৬৩ ॥ ( ওপৰঞ্চি )—ৰাম কৃষ্ণ গোৱিন্দ পৰি।

৯৬৬ ॥ ( ওপৰঞ্চি )—ৰামকৃষ্ণ নাম কীর্ত্তন প্রভাৱে সংসাৰ সুখে তৰয়।

শ্ৰীকৃষ্ণায় নমঃ

# মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ
# বৰগীত

## ১। ৰাগ—আশোৱাৰী

ধ্ৰুং—জয় জয় যাদৱ জলনিধিজাধৱধাতা
শ্ৰুত মাত্ৰা খিল ত্ৰাতা
স্মৰণে কৰয় সিদ্ধি দীনদায়া নিধি
ভকতি মুকুতি পদ দাতা ॥

পদ—জগজনজীৱন, অজনজনাৰ্দ্দন দনুজদমন দুখহাৰী,
মহদানন্দ, কন্দ, পৰমানন্দ, নন্দ নন্দন বনচাৰী ॥
বিবিধবিহাৰ বিশাৰদ শাৰদ ইন্দুনিন্দি পৰকাশী।
শেষ শয়ন শিৱ কেশীবিনাশন, পীতবসন অবিনাশী ॥
জগতবন্ধুবিধু, মাধৱ মধুৰিপু মধুৰ মূৰুতি মুৰনাশী।
কেশৱ চৰণ সৰোৰুহ কিঙ্কৰ,
শঙ্কৰ এহু অভিলাষী ॥

=x=

শব্দাৰ্থ

জলনিধিজাদৱধাতা—সাগৰ কন্যা লক্ষ্মীপতি নাৰায়ণ

## ২। ৰাগ—মল্লাৰ

ধ্রুং—মধুৰ মূৰুতি মুৰাৰু। মন দেখো হৃদয়ে হামাৰু।
ৰূপে অনঙ্গ সঙ্গ তুলনাতনু কোটি সূৰুয উঝিয়াৰু॥
পদ—মকৰ কুণ্ডল গণ্ড, মণ্ডিত খণ্ডিত, চান্দৰুচিস্মিতহাসা।
কনক কিৰীট, জড়িত ৰতনা নব, নীৰজ নয়ন বিকাশা॥
চতুৰ উজৰ কৰ, কঙ্কণ কেয়ূৰ ভুজ মহমোতিম হাৰু।
লীলা বিনোদী কম্বুকৌমুদী চক্ৰকেবিকঞ্জ ধাৰু॥
শ্যাম শৰীৰ, ৰচিত পীত অম্বৰ. উৰে বনমালা লুলে।
কৌস্তুভ শোভিত, কণ্ঠকটি কাঞ্চি, কিঙ্কিণী কনক কনয়া
দোলে॥
অৰবিন্দ নিন্দি, পাৱ নৱপল্লৱ, ৰতন নূপুৰ পৰকাশা।
ভকত পৰম ধন, তাহে মজোক মন
শঙ্কৰ এহু অভিলায॥

=×=

পাঠান্তৰ—উজৰ-উজ্জ্বল, নীৰুজ-নীৰজ

## ৩। ৰাগ—আশোৱাৰী

ধ্রুং—শুন শুনৰে, সুৰ বৈৰী প্ৰমাণা, নিশাচৰ নাশ নিদানা।
ৰাম নাম যম, সমৰক সাজিয়ে
সমদলে কয়লি পয়াণা॥
পদ—ঠাট প্ৰকট পটু, কোটি কোটি কপি,
গিৰি গড় গড় পদ ঘাৱে।
বাৰিধি তীৰ তৰি, কৰে গুৰুতৰ গিৰি,
ধৰি ধৰি সমৰক ধাৱে॥

হাট ঘাট বহু বাট বিয়াপি, চৌগড়ে বেঢ়লি লঙ্কা।
গুৰু ঘন ঘন ঘোষ, ঘৰিষণ গৰ্জ্জন, শ্ৰবণে জনময় শঙ্কা ॥
ধীৰ বীৰ শূৰ শেখৰ ৰাঘৱ, স্মাৰণ তুৱা পৰি ঝাঁম্পে।
সুৰ নৰ কিন্নৰ ফণধৰ তৰতৰ, মহীধৰ তৰসি প্ৰকাম্পে।
অন্ধ মুগুধ দশস্কন্ধ পাপ বুধ, জানকীকশিৰত চৰাই ;
ৰঘুপতি পদবৰ ধৰ ৰজনীচৰ, শঙ্কৰ কহতু উপায় ॥

=×=

## ৪। ৰাগ—ধনশ্ৰী

ধ্ৰুং—নাৰায়ণ, কাহে ভকতি কৰো তেৰা
মেৰি পামৰু মন মাধৱ ঘনে ঘন,
ঘাতুক পাপ নাছোৰা।
পদ—যত জীৱ জঙ্গম, কীট পতঙ্গম, অগ নগ জগ তেৰি কায়া।
সবকহু মাৰি, পূৰত ওহি উদৰ, নাহি কৰত ভূতদায়া ॥
ঈশ স্বৰূপে হৰি সব ঘটে বৈঠহ, যৈচন গগন বিয়াপী।
নিন্দা বাদ, পৈশুনা হিংসা হৰি তেৰি কৰোহো হামু পাপী ॥

কাকু শঙ্কৰ কৰ, কৰ করুণানাথ, যোনো ছাৰোহো ৰাম বাণী।

সব অপৰাধক বাধক তুৱা নাম, তাহে শৰণ লেহু জানি ॥

=×=

## ৫। ৰাগ—তথা

ধ্ৰুং—নাৰায়ণ চৰণে কৰোহো গোহাৰি;
বিষয় বিসাস পাশ ছান্দি ইন্দ্ৰিয়;
সোহি ওহি লূটে বাটোৱাৰী।

পদ—নাসা গন্ধ মধুৰৰস ৰসনা, শ্ৰৱণ বিবিধ ধ্বনি ধায়।
নয়না ৰূপ; পৰশ ত্বচ চাহে ভজোহো কাহে পহু পায় ॥
কাম ক্ৰোধ মদ, মান মোহ এৰি, ঐসব বৈৰী বিশাল।
শঙ্কৰ কহ পহু, তুহু বিনে নাহি আন, সেৱক পাল গোপাল ॥

=*=

পহু = প্ৰভু, কাহে=কেনেকৈ, কিমতে।

## ৬। ৰাগ—তথা

ধ্ৰুং—শাৰঙ্গপাণি পাহে পামকমতি হামি।
নিৰয় নিবাৰ; আৱৰি নাহি হেকহু,
বিনে চৰণ তয়ু স্বামী ॥
পদ—জৰা মৰণ মেৰি; নিকটহি আয়া,
কায়া পৰত কতি বেৰি।
কৰতহো পাপ; সমাপল আৰি; ভাবি চৰণ না তেৰি ॥
দেখহু খীণ; দিন দিন দেহা আধি ব্যাধি বিঘাত।
অন্তকালে গতি মেৰি কমলাপতি শঙ্কৰ কৰ প্ৰণিপাত ॥

=*=

## ৭। ৰাগ—তথা

ধ্ৰুং—নাৰায়ণ লীলা জানব কোই।
সনক সনাতন চিন্তি চতুৰমহু,
অধিকহি বিমোহিত হোই ॥
পদ—কোটি কোটি অণ্ড, আৱত যাৱত
ৰোম বন্ধ্ৰ মহ বাবা।

সোহি ভূমি ভাৰ ; হৰসি শূৰ শূকৰ ।
নৰসিংহ অৱতাৰ ।
যত দেখু কায়া ; সুত বিত্ত জায়া, মায়াকৰি সৱ ধন্ধ ।
হামু যত জীৱ ; শিৱ তেৰি অংশা, কাহে ওহি মোহ বন্ধ ॥
শঙ্কৰ কহ পহু, পয়ৰহি লাগো, মাগো নাহি আন কামা ।
ওহি কৃপা কৰু ; ৰূপ হৃদয়ে ৰহুঁ ;
ৰহুঁ মুহ ভৰি তেৰি নামা ॥

= x =

## ৮। ৰাগ—তথা

ধ্ৰুং—বোলহ ৰাম নামেসে মুকুতি নিদানা ।
ভৱ বৈতৰণী ; তৰণী সুখ শৰণী ;
নাহি নাহি নাম সমানা ॥
পদ—নাম পঞ্চানন, নাদে পলাৱত ; পাপদন্তী ভয় ভীত ।
বুলিতে এক ; শুনিতে শত নিতৰে ; নাম ধৰম বিপৰীত ॥
বচনে বুলি ৰাম ; ধৰম অৰথ কাম ; মুকুতি সুখ সুখে পায় ।
সবকহো পৰম ; সুহৃদ হৰিৰনাম ; ছুটে অন্তকেৰি দায় ॥
নাৰদ শুকমুনি ; ৰাম নাম বিনে ; নাহি কহল গতি আৰ ।
কৃষ্ণ কিঙ্কৰে কয় ; ছোৰমায়াময় ; ৰাম পৰম তত্ত্বসাৰ ॥

= x =

## ৯। ৰাগ—গৌৰী

ধ্ৰুং—নাহি নাহি ; ৰময়া বিনে ; তাপ তাৰক কোই ।
পৰমানন্দ ; পদমকৰন্দ ; সেৱহ মন মোই ॥

পদ—তীৰিথ বৰত ; তপ জপ ; যাগ যোগ যুগুতি ।
মন্ত্ৰ পৰম ; ধৰম কৰম ; কৰত নাহি মুকুতি ॥
মাতু পিতু ; পতনী তনয় ; জনয় সব মৰণা ।
ছাৰহু ধন্ধ ; মানস অন্ধ ; ধৰতু হৰি চৰণা ॥
কৃষ্ণ কিঙ্কৰ ; শঙ্কৰ কহু ; বিছুৰি বিষয় কামা ।
ৰাম চৰণে ; লেহুঁ শৰণ ; জপ গোবিন্দক নামা ॥

= X =

## ১০। ৰাগ—গৌৰী

ধ্ৰুং – সোই সোই ; ঠাকুৰ সোই ; যো হৰি পৰকাশা ।
নাম সমৰত ; ৰূপ ধৰত ; তাকেৰি হামু দাসা ॥
পদ—পণ্ডিতে পঢ়ে শাস্ত্ৰ মাত্ৰ ; সাৰ ভকতে লিয়ে ।
অন্তৰ জল ; ছুটয় কমল ; মধু মধুকৰ পিয়ে ॥
যাহে ভকতি ; তাহে মুকুতি ; ভকতে এ তত্ত্ব জানা ।
যৈছে বণিক ; চিন্তা মণিক ; জানি গুণ বখানা ॥
কৃষ্ণ কিঙ্কৰ ; শঙ্কৰ কহ ; ভজ গোবিন্দক পায় ।
সোহি পণ্ডিত ; সোহি মণ্ডিত ; যো হৰিগুণ গায় ॥

---

## ১১। ৰাগ—গৌৰী

ধ্ৰুং—কমল নয়ন চিন্তা চিত্ত চেতনা লাই ।
বিনে হৰি ভকতি মুকুতি কতি পায় ॥
পদ—নৰ ভয়ো ভাই ভাৰতে কতি ভাগা ।
নকহসি ৰাম মৰসি কতি লাগা ॥
ছোড়ি ৰাম নাম অমিয় উপযোগ ।
যৈছে পুৰীষ শূকৰ কয়ো ভোগা ॥

অথিৰ জীৱন ধন যৌৱন জায়া ।
ভকতি বিৰোধী বিষয় সব মায়া ॥
কৃষ্ণ কিঙ্কৰ ওহি শঙ্কৰ ভাণা ।
বিনে হৰি ভকতি তৰণী নাহি আনা ॥

=×=

## ১২। ৰাগ—গৌৰী

ধ্রুং—কমনে ৰময়া মন বিছুৰি ৰহ; বৃথা মোহে ভুলায় ।
ৰাম চৰণ, চিন্তা চিত্তক; মৃত্যু তৰণ উপায় ॥
পদ—সাফল জীৱন যো জন্ত নিত্য জল্পতু ৰামা ।
কেশৱ নাসেৱি যো জীৱয় বিট কীট উপমা ॥
যাকেৰি চাকেৰি কৰতহি গতি পাতকী পায় ।
শঙ্কৰ কহ সেহি হৰিকো; কতি ভকতি নাকায়ী ॥

=×=

## ১৩। ৰাগ—ধনশ্ৰী

ধ্রুং—ওজা সোজা পন্থ নাহেৰি ; কোটি কৰম কায়ী ;
হৰিকো নাহি পায়ী ; পৰল ভৱ বেৰি বেৰি ॥
পদ—যত তপ তীৰিথ কৰসি গয়া কাশী ;
বাসী বয়স গোৱাই ।
জানি যোগ যুগুতি মতি মোহিত ;
বিনে ভকতি গতি নাই ॥
ৰাম নাম মহ, নিখিল পুণ্য ৰহ,
ওহি নিগম তত্ত্ববাণী ।
কলিকো পৰম, ধৰম হৰিনাম,
পঢ়ি পুনু মৰম নজানি ॥

কৃষ্ণ কিঙ্কৰ কহ ক্ষণিক দেহ বহু,
নৰতনু পুনুহোঁ নপাই।
কৰম গৰৱ সব, দূৰ কৰি হৰি
চৰণ চিন্ত চিত্ত লাই।

---

## ১৪। ৰাগ—সুহাই

ধ্ৰুং—ছিৰি ৰাম, মঞিও অতি পাপী পামৰু,
তেৰি ভাৱনা নাই
জনম চিন্তামণি কাহে গৈয়ো
যচ কাচক লাই
পদ—দিবসে বিষয় বিয়াকুল, নিশি শয়নে গোৱাঁই
মঃন ধন খোজি বিমোহিত, তেৰি আৰতি নপায় ॥
হৃদয় কমলে হৰি বৈঠহ; চিন্তো চৰণ না তেৰি।
কৰল গৰল যচ ভোজন; হামু আমিয়া হেৰি ॥
পৰম মূৰুখ হামু মাধৱ। একু ভকতি নজানা।
দাস দাস বুলি তাৰহ; এহ শঙ্কৰ ভাণা ॥

---

## ১৫। ৰাগ—ৰসন্ত

ধ্ৰুং—কৈছে নৰহৰি, তৰুণ উপায়।
নাশ সকল কৈলো বিষয় লোভাই।
পদ—অথিৰ জীৱন ধন যৌৱন দেহ।
সুহৃদ সোদৰ সুত কিছো নোহে কেহ ॥
পেখিতে অমিয়া ৰস বিষ পৰিণাম।
তথিয়ে মজাইলো মন মেৰি ৰাম ॥

নিৰমিল বিষ বিম্ব কামিনী লোহ ।
তাসু পৰল মেৰি এমন মোহ ॥
তাকৰ ছোড়ইতে শথ নাহি থিক ।
গুৰুৱা মনোৰথ বাঢ়লি অধিক ॥
জনমে জনমে হামু দাসকু দাস ।
কেশৱ অবহু ছোড়হু মোহ পাশ ॥
শমনক লাই জীৱ এ বড় ডোৰ ।
শঙ্কৰ কহ হৰি সেৱক তোৰ ॥

## ১৬। ৰাগ – শ্ৰী

ধ্ৰুং—গোপালে কি গতি কৈলে, গোবিন্দে কি মতি দিলে
নাথ বিফলে * বয়স সব গেলিৰে ।

পদ—এ ভৱ গহন বন আতি মোহ পাশে ছন্ন
তাহে হামু হৰিণা বেড়াই ।
ফান্দিলো মায়াৰ পাশে কালব্যাধে ধায়া আসে
কাম ক্ৰোধ কুত্তা খেদি খাই ॥
হৰাইল চেতন হৰি, নাজানো কিমতে তৰি
গুণিতে দগধ ভৈল জীৱ ।
লোভ মোহ দুহো বাঘ সততে নছাৰে লাগ
ৰাখু ৰাখু এ সদাশিৱ ॥
পন্নাইতে নেদেখো সন্ধি দিনে দিনে দৃঢ় বন্দী
ভৈলো মন্দ মনেৰ যুগুতি ।
তুৱা হৰি লাগু গোড় মোৰ মায়াপাশ ছোড়
শঙ্কৰ কৰয় কাকূতি ॥

=×=

* পাঠান্তৰ —জনম ।

## ১৭। ৰাগ—কেদাৰ

ধ্রুং— পাৱে পৰি হৰি, কৰোহোঁ কাতৰি, প্রাণ ৰাখবি মোৰ।
বিষয় বিষধৰ, বিষে জড় জড়, জীৱন নৰহে মোৰ ॥

পদ অথিৰ ধন জন জীৱন যৌৱন
অথিৰ এহ সংসাৰ।
পুত্র পৰিৱাৰ সবহি অসাৰ
কৰবু কাহেৰি সাৰ ॥
কমল দল জল চিত্ত চঞ্চল
থিৰ নোহে তিল এক।
নাহি ভয়ো ভৱ ভোগে হৰি হৰি
পৰম্পদ পৰতেক ॥
কহতু শঙ্কৰ এ দুখ সাগৰ
পাৰ কৰু হৃষীকেশ।
তুহো গতি মতি দেহ শ্ৰিপতি
তত্ত্ব পন্থ উপদেশ ॥

= × =

## ১৮। ৰাগ—ধনশ্ৰী

ধ্রুং—মন মেৰি ৰাম চৰণহি লাগু।
তই দেখো না অন্তক আগু ॥

পদ—ৰে মন আয়ু ক্ষেণে ক্ষেণে টুটে।
দেখো প্রাণ কোন দিনে ছুটে ॥
ৰে মন কাল অজগৰে গিলে।
জান তিলেকে মৰণ মিলে ॥

ৰে মন নিশ্চয় পতন কায়া ।
তই ৰাম ভজ তেজি মায়া ॥
ৰে মন ইসব বিষয় ধান্ধা ।
কেনে দেখি নেদেখস আন্ধা ॥
ৰে মন সুখে পাৰ কৈছে নিন্দ ।
তই চেতিয়া চিন্ত গোবিন্দ ॥
মন জানিয়া শঙ্কৰে কহে ।
দেখো ৰাম বিনে গতি নহে ॥

=×=

১৯। ৰাগ—ধনশ্ৰী

ধ্ৰুং পামৰু মন ৰাম চৰণে চিত্ত দেহ ।
অথিৰ জীৱন ৰাম, মাধৱ কেৰি নাম; মৰণক সম্বল লেহ ॥

পদ—ৰয়নী দিৱসে দূৰ আৱি যাৱত
আৱত অন্তক গৰজি ।
কথি তনুপাত মিলত মতি মানি
ৰাম ভজহ সব বৰজি ॥
আশা পাশ পৰশি মানস পশু
পৰলি বন্দি বেৰি বেৰি ।
ভৱ কাৰাগাৰ তাৰক নাহি আৰ
বিনে ভকতি ৰতি তেৰি ॥
অৱনিশি সেৱহ ৰাম পৰম পহ
ৰহ হৃদি পঙ্কজ মেৰা ।
কৃষ্ণ কিঙ্কৰ ভণ ৰাম পৰম ধন
মৰণহি সঙ্গ নাছোৰা ॥

=×=

## ২০। ৰাগ—গৌৰী

ধ্ৰুং—ওৰে সখি পেখোৰে, কঞ্জলোচন চললি নন্দকুমাৰা।
ইন্দু বদন, কোটি মদন, ৰূপে তুল নুহি যাৰা ॥
পদ—মকৰ কুণ্ডল, মণ্ডিত গণ্ড, গলে গজমতি লুলে।
তড়িতাম্বৰ, শ্যাম সুন্দৰ, শিৰে শিখণ্ডিত ডুলে ॥
কৰকঙ্কণ, কিঙ্কিণী কনক, ঝনকে চলে গোপালা।
পঞ্চম পূৰে, লম্বিত উৰে, কেলি কদম্বকু মালা ॥
পদ পঙ্কজ, মন্দিৰে ঝুৰে, হৰয় চিত্ত হামাৰু।
শঙ্কৰ কহ, ছাৰ বিৰহ, ওহি জগ আধাৰু ॥

---

## ২১। ৰাগ—মাউৰ ধনশ্ৰী

ধ্ৰুং—গোপিনী প্ৰাণ, কাহানু গেয়োৰে গোবিন্দ।
হামু পাপিনী পুনু, পেখবো নাহি আৰ, সোহি বদন অৰবিন্দ ॥
পদ—কনক ভাগ্যৱতী ভয়োৰে সুপৰভাত
আজু ভেটব মুখচান্দা।
উগত সুৰ দূৰ গেয়োৰে গোবিন্দ
ভয়ো গোপবধূ আন্ধা ॥
আজু মথুৰাপুৰে মিলব মহোৎসৱ
মাধৱ সাধৱ মান।
গোকুলক মঙ্গল দূৰ গেয়ো নাহি
বাজত বেণু বিষাণ ॥
আজু যত নাগেৰী কৰত নয়ন ভৰি
মুখ পঙ্কজ মধুপানা।
হামাৰি বঙ্ক বিধি হাতে হৰল নিধি
কৃষ্ণ কিঙ্কৰ ৰস ভাণা ॥

---

## ২২। ৰাগ—ধনশ্ৰী

ধ্ৰুং— হেৰহু মাই ; চললি বিপিন মধাই ।
বেণু বিষাণ নিশান আৰত ; হৰষে ধেনু ধায় ॥

পদ— ওহি জগ মোদন কান্ধে দধি ওদন
গোধন আগু বুলায় ।
বঙ্কিম নয়ন সৰোৰুহ হাসি
হেৰাইতে ভুৱন ভুলায় ॥
মদন দমন ৰূপ পেখিয়ে পুনু পুনু
মূৰুছি পৰয় সুবনাৰী ।
সোহি জগজীৱ, বিয়োগ অব সহবি
কৈচন চিত্ত হামাৰি ॥
হৰি বিৰহানল, আকুল গোপিনী,
দৰশন দিবসে নপায় ।
হৰিগুৰু কহি ৰহি, প্ৰেমে জুৰয় নীৰ
শঙ্কৰ এহু ৰস গায় ॥

---

## ২৩। ৰাগ—ধনশ্ৰী

ধ্ৰুং—দেখু সখি মধুৰ মূৰতি ।
ধৰি অধৰে পূৰে মূৰুৰী ॥

পদ—তনু অভিনৱ ঘনকালা ।
উৰে লুলে কদম্বক মালা ॥
পীত অম্বৰ তড়িত জ্যোতি ।
জলে কম্বুগলে গজমতি ॥

মণি কৌস্তুভ কণ্ঠত লুলে ।
চাৰু শিৰে শিখণ্ডক ভুলে ॥
নীল অলক লোল কপালে ।
কৰ্ণত মকৰ কুণ্ডল ডোলে ॥
ভুজ কঙ্কণ বঞ্জে কেয়ূৰে ।
কটিত কনক কিঙ্কিণী ঝুৰে ॥
পদ পঙ্কজ মঞ্জীৰ বোলে ।
কৃষ্ণ কিঙ্কৰে শঙ্কৰে বোলে ॥

---

## ২৪। ৰাগ—আশোৱাৰী

ধ্রুং—আনন্দে গোবিন্দ ৰায় বৃন্দাবনে বেণু ।
ৰূপে ভুৱন ভুলে, ৰহিয়া কদম্ব মূলে,
কালিন্দী তীৰে ৰাখে ধেনু ॥

পদ—গোপ শিশু সঙ্গে শিৰে শিখণ্ডক ডুলে
কৰ্ণে কুণ্ডল গণ্ড লোলে ।
কেয়ূৰ কঙ্কণ কৰে উৰে বনমালা লুলে
মধুৰ মধুপ মধু ভোলে ॥
কটি কাঞ্চি কিঙ্কিণী বাজত ৰিণি ৰিণি
শ্যাম তনু শোভে পীতবাসে ।
বাম কাখে শিঙা বেত অৰুণ পঙ্কজ নেত্ৰ
কণ্ঠে কৌস্তুভ পৰকাশে ॥
ত্ৰিভঙ্গ ললিত হাস কৰু হৰি ভ্ৰূৱ ভাস
দৰশিয়া লীলা বিলাসে ।
চৰণে মঞ্জীৰ ঝুৰে উচ্চায়া পঞ্চম পূৰে
শঙ্কৰ কহে অভিলাষে ॥

---

## ২৫। ৰাগ—আশোৱাৰী

ধ্ৰুং—বালেক গোপালে কৰতৰে কেলি ।
উচ্চায়া পাঞ্চনি নাচে, হাসে গোপ মেলি ॥

পদ—নীল তনু পীতপট ধটিলটি লোৰ ।
নব ঘন ঘন যৈছে বিজুৰি উজোৰ ॥
শিৰে শিখণ্ডক ডোলে গলে গজমতি ।
কোটি মদন মন মোহন মূৰুতি ॥
চৰণে মঞ্জীৰ ঝুৰে উৰে হেমহাৰু ।
শঙ্কৰ কহে ওহি হৰিক বিহাৰু ॥

= × =

## ২৬। ৰাগ—শ্ৰী

ধ্ৰুং—উদ্ধৱ চলহ গোকুলে লাই ।
হামু বিনে গোপীৰ তিলেকে যুগ যায় ॥

পদ—হামু চিত্ত বিত্ত নিত, হামাকু ধিয়ানা ।
ধৱল বিয়োগে গোপী কথমপি প্ৰাণা ॥
হামাকেসে আশে গোপী, জীয়ে সমুদায় ।
বাহুৰি আৱব কৃষ্ণ ভেটবো দুনাই ॥
কহ কৃষ্ণকিঙ্কৰ হৰিক ভজ লোই ।
হৰি বিনে সুহৃদ বান্ধৱ নাহি কোই ॥

= × =

মণি কৌস্তুভ কণ্ঠত লুলে ।
চাৰু শিৰে শিখণ্ডক ভুলে ॥
নীল অলক লোল কপালে ।
কৰ্ণত মকৰ কুণ্ডল ডোলে ॥
ভুজ কঙ্কণ বঙ্গে কেয়ূৰে ।
কটিত কনক কিঙ্কিণী ঝুৰে ॥
পদ পঙ্কজ মঞ্জীৰ বোলে ।
কৃষ্ণ কিঙ্কৰে শঙ্কৰে বোলে ॥

## ২৪। ৰাগ—আশোৱাৰী

ধ্ৰুং—আনন্দে গোবিন্দ ৰায় বৃন্দাবনে বেণু ।
ৰাপে ভুৱন ভুলে, ৰহিয়া কদম্ব মূলে,
কালিন্দী তীৰে ৰাখে ধেনু ॥

পদ—গোপ শিশু সঙ্গে শিৰে শিখণ্ডক ডুলে
কৰ্ণে কুণ্ডল গণ্ড লোলে ।
কেয়ূৰ কঙ্কণ কৰে উৰে বনমালা লুলে
মধুৰ মধুপ মধু ভোলে ॥
কটি কাঞ্চি কিঙ্কিণী বাজত ৰিণি ৰিণি
শ্যাম তনু শোভে পীতবাসে ।
বাম কাখে শিঙা বেত অৰুণ পঙ্কজ নেত্ৰ
কণ্ঠে কৌস্তুভ পৰকাশে ॥
ত্ৰিভঙ্গ ললিত হাস কৰু হৰি ভ্ৰাৱ ভাস
দৰশিয়া লীলা বিলাসে ।
চৰণে মঞ্জীৰ ঝুৰে উচ্চায়া পঞ্চম পূৰে
শঙ্কৰ কহে অভিলাষে ॥

## ২৫। ৰাগ—আশোৱাৰী

ধ্রুং—বালেক গোপালে কৰতবে কেলি ।
উচ্চায়া পাঞ্চনি নাচে, হাসে গোপ মেলি ॥

পদ—নীল তনু পীতপট ধটিলটি লোৰ ।
নব ঘন ঘন যৈছে বিজুৰি উজোৰ ॥
শিৰে শিখণ্ডক ডোলে গলে গজমতি ।
কোটি মদন মন মোহন মূৰুতি ॥
চৰণে মঞ্জীৰ ঝুৰে উৰে হেমহাৰু ।
শঙ্কৰ কহে ওহি হৰিক বিহাৰু ॥

= × =

## ২৬। ৰাগ—শ্ৰী

ধ্রুং— উদ্ধৱ চলহ গোকুলে লাই ।
হামু বিনে গোপীৰ তিলেকে যুগ যায় ॥

পদ—হামু চিত্ত বিত্ত নিত, হামাকু ধিয়ানা ।
ধৱল বিয়োগে গোপী কথমপি প্ৰাণা ॥
হামাকেসে আশে গোপী, জীয়ে সমুদায় ।
বাহৰি আৱৰ কৃষ্ণ ভেটবো দুনাই ॥
কহ কৃষ্ণকিঙ্কৰ হৰিক ভজ লোই ।
হৰি বিনে সুহাদ বান্ধৱ নাহি কোই ॥

= × =

## ২৭। ৰাগ—তুৰ বসন্ত

ধ্ৰুং—কহবে উদ্ধৱ কহ প্ৰাণেৰ বান্ধৱ হে,
প্ৰাণকৃষ্ণ কৰে আৰে ।
পুছয়ে গোপী প্ৰেম আকুল ভাৱে
নাহি চেতন গাৱে ॥
পদ—বাছুৰি ধ্বনি শুনি গো-বৎস পেখি ।
লাগে আগি গাৱে উদ্ধৱ সখি ॥
কালিন্দী পেখি সখী ফুটয় বুক ।
এথায়ে খেলাইছিলো সে চান্দমুখ ॥
হৰিল নয়ন সুখ ।
বিৰিন্দাবন বৈৰী হামাৰি ভেলি ।
পেখিতে নাৰিছুক গোপাল কেলি ॥
ধ্বজ বজ্ৰ যব পঙ্কজ চাই ।
তথায়ে কান্দো হামো লোটায়া কায়,
গুণ গোবিন্দ গায় ॥
কৃষ্ণ সূৰ্য্য বিনে ব্ৰজ আন্ধাৰ
নেদেখো এদুখ আৰৱি * পাৰ ।
আৰ কি পেখবো গোপাল প্ৰাণ ॥
কৃষ্ণৰ কিঙ্কৰ শঙ্কৰ ভাণ ।
হৰিক হৃদয়ে জান ॥

## ২৮। ৰাগ—কল্যাণ

ধ্ৰুং—উদ্ধৱ বন্ধু মধুপুৰী ৰহল মুৰাক
কাহে নাহেৰি, ৰহব অৱ জীৱন,
বন ভয়ো ভৱন হামাৰু ॥

=×=

* পাঠান্তৰ— অৱধি ।

দ—যাহে বিয়োগ, আগি অঙ্গ তাৰয়
তিল একু ৰহয়ে নপাৰি।
সোহি ব্ৰজ সুৰ, দূৰ গয়ো গোবিন্দ,
দিশ দশ দিবসে আন্ধাৰি ॥
হুয়ো মৰণ ওহি, সোহি হৰি চৰণকু
বিছুৰে ৰহয়ে নপায়।
দেখত কালিন্দী গিৰি বিৰিন্দাবন,
তনু মন দহয়ে সদায় ॥
ব্ৰজজন জীৱন বাহুৰি নাহি আৱত,
হামাকু কৰত অনাথা।
গোপিনী প্ৰেম, পৰশি নীৰ ঝুৰয়
শঙ্কৰ কহ গুণ গাথা ॥

## ২৯। ৰাগ—ধনশ্ৰী

ধ্ৰুং—ৰাম মেৰি হৃদয় পঙ্কজে ৰৈছে।
ভাই চিন্তনা চিত্ত কৈছে ॥
পদ—জগ তাৰেক যাকেৰি নাম।
দেখো সো পুনু আপুন ঠাম ॥
ৰাম সুহৃদ সোদৰ মাতা।
জান ৰামেসে অভয়দাতা ॥
ৰাম ভকত পৰম নিধি।
ৰাম বিনে নাহি একো সিদ্ধি ॥
ৰাম ইহ পৰলোকে গতি।
তাহে দেখে নাহি মন্দমতি ॥
কৃষ্ণ কিঙ্কৰ শঙ্কৰ ভাণ।
ৰাম বিনে নাহি গতি আন ॥

## ৩০। ৰাগ—ধনশ্ৰী (মাউৰ ধনশ্ৰী)

ধ্ৰুং—হৰিক বয়ন হেৰি মাই।
ফোকাৰে নিশ্বাস নীৰ নয়ন ঝুৰাই।
পদ—আজু জননী সুত চল পৰদেশ।
কতনো লিহিল বিহি অভাগীক ক্লেশ॥
বিনে তুহু ৰহব জীৱন নাহি মোই।
কহ শঙ্কৰ কৃষ্ণ বোল সব লোই॥

= × =

## ৩১। ৰাগ—গৌৰী

ধ্ৰুং—জীৱত জয় যশোৱা নন্দন, আনন্দ পদ পাই।
নাচতু ছানি গোপ-গোপিনী, হাতে তালি বজাই॥
পদ—যোহি জগত জীৱ জনক
যাহে ন সম কৈই।
সোহি পৰম পুৰুষোত্তম
ৰাখ তনু তৈই॥
বামন পহু বাহিৰে বহু
কৰতু বিঘিনি নাশা।
অন্তৰে তেৰি ৰাখতু হৰি
কহতু কৃষ্ণক দাসা॥

= × =

## ৩২। ষড়চ্ছন্দ—গীত
### ৰাগ—ভূপালি

ধ্রুং—বিৰহে আকুল গোপী হামাকু নিমিত ।
ঝুৰে নয়নক নিৰ থিৰ নোহে চিত্ত ॥
পদ—মাধৱ কহয় উদ্ধৱ ধৰি হাত ।
কহ মোহে গোপিনীক সন্দেহ বাত ॥
জানয় নাহি গোপী মোহি বিনে আন ।
দেহ বোধ উদ্ধৱ গোপী ৰহ প্ৰান ॥

=×=

### তাল—চুটা

ধ্রুং—নাহি হৃদয় মোহে গোপিনী সমান ।
তাহেৰ দুখ শুনি চুটে মেৰি প্ৰাণ ॥
পদ—এ উদ্ধৱ চল গোকুলক লাই ।
সুমৰিতে মোহে গোপিনী জীৱ যায় ॥
হামাকু শপত শান্ত কৰু ব্ৰজনাৰী ।
বোলিতে কমল নয়নে ঝুৰে বাৰি ।

=×=

### খৰমান

ধ্রুং—নাৱে নয়নে নিন্দ নাহি অন্নপান ।
হা হৰি বুলিতে তেজয় যৈছে প্ৰাণ ॥
পদ—মোহে চৰণ মনে সাৰ ঝুৰে নীৰ ।
তাহেৰ দুখ শুনি চিত্ত নোহে থিৰ ॥

এ উদ্ধৱ শুন গোপিনীক দুখ ।
তনু মন ঝামৰ মলিন ভেলি মুখ ॥
কহবি বিনয় বাণী গোপিনীক আগে ।
কয়লহ বশ্য মোহে প্ৰেম অনুৰাগে ॥
নাহি ছাৰোহো সখি তাহেৰ সন্নিত ।
তাহে তেজহু অব থিৰ কৰু চিত্ত ॥

—x—

## ৩৩। ৰাগ—ধনশ্ৰী

(১)

ধ্ৰুং—কি কহব উদ্ধৱ কি কহব প্ৰাণ ।
গোবিন্দ বিনে ভয়ো গোকুলে উছান ॥
পদ—শূন্য ভৈল অঙ্গিনা বিৰিন্দা বিপিন ।
না শোভে ৰয়নী যৈছে চান্দ বিহীন ॥
নাহি চাৰব ধেনু কালিন্দী কূল ।
আৰ নাশুনবো বেণু কদম্বক মূল ॥
মথুৰা ৰহল গোপিনীক পিউ ।
কেশৱ বিনে কৈছে ধৰবহোঁ জীউ ॥

—*—

## পৰিতাল

(২)

ধ্ৰুং—ৰে সোই গোপাল পিয়াৰু ; মেৰি প্ৰাণ আধাৰু ।
মধুপুৰী ৰহে দহে জীউ হামাৰু ॥
পদ—গোকুলক মাণিক কানু নৱনিধি ।
হাতে হৰল নিকৰুণ বঙ্ক বিধি ॥
চান্দ বিনে ৰয়নী সজনি কহো নোহে ।
হৰি বিনে বিৰিন্দাবন নাহি শোহে ॥

## একতালি

(৩)

ধ্রুং—মাই মাধৱ বিৰহে ।
হৰয় চেতন তনু জীৱন নাৰহে ॥
পদ—চান্দ চন্দন মন্দ মলয় সমীৰে ।
কেশৱ বিনে বিষ বৰিষ শৰীৰে ॥
ঘন ঘন হানয় মদন পঞ্চবাণ ।
কোকিল কুহু কুহু লেহু মেৰি প্ৰাণ ॥
পঙ্কজ পাণ্ড অহিত হিম বাৰি ।
মধুকৰ নিকৰ কৰয় মহামাৰী ॥
ঐচন সময়ে মধুপুৰী পিউ প্ৰাণ ।
কৃষ্ণ কিঙ্কৰ বস শঙ্কৰে ভাণ ॥

=x=

## ৩৪। ৰাগ—অহিৰ

(১)

ধ্রুং—গোবিন্দ গুণ মন লাগি ।
সুমৰিতে তনু দহে আগি ॥
পদ—মধুপুৰী মাধৱ পিউ ।
কৈছে ধৰবো অব জীউ ॥
নিশি সব বঞ্চোহু জাগি ।
ভেলি মাধৱ বধভাগী ॥

=*=

(২)

## মান – জাতি

ধ্রুং—উদ্ধৱ বন্ধু মধুৰিপু প্ৰাণ হামাৰি ।
জীৱন হামাৰি, যদুপুৰী পাৱত, পুনু নাৱত
ভকত সহবি, বিৰহ কুমাৰী ॥
পদ—কৈছে কেশৱ পুনু পায়ী
দুখ মেৰি মোচন, ৰাজীৱ লোচন;
চৰণ নাহেৰি জীৱ লোচন
কহ মোহে কানুক বাতে ।
নন্দ নন্দন পুনু পাৱব গোপপুৰী;
পৰশি জীয়াৱব হাতে ॥

=×=

(৩)

## মান – চোকা

ধ্রুং—কহ উদ্ধৱ জীউ ।
কৈছন ছাৰল গোষ্ঠে, কৃষ্ণ প্ৰাণ পিউ ॥
পদ—পতি সুত সবহু অভিলাষ ।
ছোড়ি কয়লোঁ কৃষ্ণ চৰণক আশ ॥
তবহু বহল মোৰ মধুপুৰী ।
নিকৰুণ কানু নাৱে অবহু বাহুৰি ॥
ব্ৰজক জীৱন ধনৰে নন্দকুমাৰ ।
বিছুৰল পুৰবক সুনেহা হামাৰ ॥
কৈছে ধৰবো অব ব্ৰজবধূ প্ৰাণে ।
কৃষ্ণ কিঙ্কৰে ৰস শঙ্কৰে ভাণে ॥

**শ্ৰীমন্ত শঙ্কৰদেৱ বিৰচিত বৰগীত সমাপ্ত**